# সাতৰঙৰ নতুন কাৰেং

( উপন্যাস )




শ্ৰীসুৰেশ গোস্বামী

অগ্ৰচৰ্ বুক ষ্টল
যোৰহাট : গুৱাহাটী






প্ৰথম প্ৰকাশ

## নিজৰ কথা

সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই—মোৰ সাহিত্য সেৱাৰ প্ৰথম প্ৰয়াস কণ্‌মীৰ বিষয়ে দীঘল আলোচনা কৰি সেই সময়ৰ 'বাতৰি'ত লিখিছিল, "কণ্‌মী অসমীয়া নাট ভড়ালৰ এডুখৰি নীলৰত্ন"। জীৱনত ঘূৰি ঘূৰি অহা চাকনৈয়াত, বাৰে বাৰে পৰি সেই প্ৰেৰণাও বিলীন হৈ গ'ল। কণ্‌মী লিখাৰ পাছত কলম নোচোৱাকৈ ১২ বছৰ পাৰ হৈ গ'ল।

কল্পনাৰ চন্দন-ৰেখাৰে ভৰা সুক্ষ্মকলা, কষ্ট-সাধ্য সাহিত্য সাধনা আৰু চৰ্চ্চা অসমত ডুয়োটায়ে মুখুৰাই আৰু "অন্নই সত্য আৰু দেৱতা" বুলি জানি সুযোগ বিচাৰি মিলিটেৰী যুগত শিলভঙা ঠিকাদাৰ হৈ চাউল এমুঠি মোকলাব লগাত পৰিল!

শেহত—

কেবাজন সুসাহিত্যিক বন্ধু আৰু অসমৰ বিখ্যাত শিল্পীৰ হুত দিনৰ পৰা কৰি অহা আৰু এৰাব নোৱাৰা অনুৰোধত ৰ নতুন কাৰেং গঢ়িবলৈ আগ বাঢ়িলোঁ। গঢ়নত

কিমান দূৰ কি হ'ল নিজেই একো কব নোৱাৰিলোঁ। মূঠতে এফালে ৰাতিপুৱা শুই উঠিয়েই মিছাৰ আৰাধনা আৰু আনফালে সাহিত্যৰ চৰ্চ্চা দুয়োটাই কেনেবা কেনেবা যেন লাগে। এই পুথিত উল্লেখ কৰা 'অসম জাতীয় ৰঙ্গ-মঞ্চ আৰু আৰ্ট গেলেৰী'ৰ—আভাষৰ বিষয়ে এষাৰ কোৱাটো উচিত যুগুত ভাবোঁ।

মোৰ ধাৰণা, ভাৰতৰ ভিতৰত পোন প্ৰথমেই 'জাতীয় ৰঙ্গমঞ্চ'ৰ কথা অসমৰেই—অসমীয়া ডেকা এজনেই ভাবিছিল বহুত দিনৰ আগতে। —( আৱাহন—নবম সংখ্যা ১০৯৩ পৃষ্ঠা চাওক—দশম বছৰ ) আৰু এই লিখকেও ১৯৩৬ চনত শ্বিলঙত কামৰূপী নৃত্য-সঙ্ঘ স্থাপন কৰি দেশ-বিদেশত অসমীয়া নৃত্য-গীত দেখুৱাই ফুৰোঁতে দিনে-ৰাতিয়ে তাৰ কথাই ভাবিছিল। অসমীয়া ৰাইজৰ আৰ্থিক সহায়ৰ অভাবতেই ৰঙ্গমঞ্চৰ কথা নালাগে, নৃত্য-সঙ্ঘৰ কামেই অচল হৈ গ'ল।

সৌ সিদিনা ২৯।৮।৪৯ তাৰিখে কলিকতাত, ভাৰতৰ শিক্ষামন্ত্ৰী মৌলানা আজাদ চাহাবেও, ভাৰতীয় সূক্ষ্মকলা আৰু শিল্পসমূহ ৰক্ষা আৰু উন্নতিৰ কল্পে তেনেকুৱা কথাই কৈছে। ইয়াৰ কেবাবছৰো আগতে প্ৰিন্সিপেল হেম বৰুৱাই আৱাহনত জাতীয় সূক্ষ্ম শিল্পসমূহ ৰক্ষা কৰাৰ সম্পৰ্কে এটি জাতীয় ৰঙ্গমঞ্চৰ প্ৰয়োজনৰ কথা এখন প্ৰবন্ধত লিখিছিল।

১৯৩৭ চনত অসমৰ প্ৰধানমন্ত্ৰী মাননীয় শ্ৰীযুত গোপীনাথ

ৰৰদলৈ দেৱৰ পৃষ্ঠপোষকতা পোৱা খিলঞ্জত স্থাপিত কামৰূপী নৃত্য-সঙ্ঘৰ কথালৈ সেই সময়ৰ বাতৰি কাকতবোৰত তেখেতে আলোচনা কৰি লিখিছিল—

"এই সঙ্ঘৰ প্ৰতিস্থাপক শ্ৰীযুত জীবেশ্বৰ গোস্বামী আৰু সুৰেশ গোস্বামী দেৱে বৰ্ত্তমান মৃতপ্ৰায় অসমীয়া উচ্চ ধৰণৰ নৃত্য-কলাৰ পুনৰুদ্ধাৰৰ প্ৰচেষ্টা কৰি দেশৰ এটি মহৎ কাম হাতত লোৱাৰ বাবে তেখেতসকল আৰু সঙ্ঘৰ আন আন সভ্যসকল সদৌ অসমবাসীৰ শলাগৰ আৰু আশীৰ্ব্বাদৰ পাত্ৰ হৈছে।

এই সঙ্ঘই অসমৰ লুপ্তপ্ৰায় নৃত্যকলা সম্পূৰ্ণৰূপে উদ্ধাৰ কৰি ভাৰতত অসম আইৰ মুখ উজ্জ্বল কৰিব পাৰিব।"

কংগ্ৰেছৰ সভাপতি শ্ৰদ্ধাস্পদ শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মা ডাঙৰীয়া আদিয়েও সেইদৰে বাতৰি কাকতত বিবৃতি প্ৰকাশ কৰিছিল। আমি সঙ্ঘৰ সভ্যসকলে, অসমীয়াৰ এই নৃত্যৰ সুৱদী সপোনটোক কিছু জীৱন্ত ৰূপ দি ডিগবয়, কলিকতা, লাহোৰৰ পৰা পেচোৱাৰৰ সীমান্তলৈকে আৰু ভাৰতৰ নানা ঠাইত প্ৰদৰ্শন কৰিছিলোঁ। কামৰূপী নৃত্যবোৰ দেখুৱাই অজস্ৰ প্ৰশংসা আৰ্জিছিলোঁ। ভাৰতৰ বিখ্যাত বহুত কাকতে ইয়াৰ বিষয় লৈ প্ৰশংসামুখৰ আলোচনা কৰি লিখিছিল— "অভিনৱ—অতুলনীয়!"

উদয়শঙ্কৰ, গুৰুসদয় দত্ত আৰু ভাৰতৰ বহুত সুবিখ্যাত শিল্পী আৰু নেতাই এই সঙ্ঘক অভিনন্দন জনাইছিল;

কামৰূপী নৃত্যৰ বিষয়ে দীঘলীয়া আলোচনা কৰিছিল ; এই অসমীয়া নৃত্যবোৰৰ কথা লৈ, উদয়শঙ্কৰে পাছত কেবাখনো চিঠি লিখিছিল। এই আলোচনাৰ সৰহ ভাগতেই মোৰ শ্ৰদ্ধাস্পদ বন্ধু, বৰ্ত্তমান আসাম ট্ৰিবিউনৰ সম্পাদক শ্ৰীযুত লক্ষ্মীনাথ ফুকন ডাঙৰীয়াও মোৰ লগতেই আছিল।

কোনো অসমীয়া শিল্প অনুষ্ঠান, অসমীয়া নালাগে আন কোনো প্ৰদেশৰ অনুষ্ঠানেই ভাৰতত ইমান কম সময়ৰ ভিতৰতে আজিলৈকে প্ৰশংসাৰ ইমান উচ্চ শিখৰলৈ যাব পৰা নাই।

নানা ঠাইত ইমান উৎসাহ আৰু প্ৰশংসা পায়ো ই কিয় মৰি গ'ল ? আৰ্থিক অভাবৰ কাৰণেই। আমাৰ টকাৰ গুৰি শকত নাছিল, আনকি এই সঙ্ঘৰ কাম চলাওঁতে বহুত ক্ষেত্ৰত টকা ধাৰ লব লগা হৈছিল ; কলিকতাত শ্ৰদ্ধাস্পদ শ্ৰীযুত হৰেন্দ্ৰনাথ শৰ্ম্মা, এম, এল, এ, ডাঙৰীয়াই এই সঙ্ঘক বহুত ক্ষেত্ৰতে পাহৰিব নোৱাৰাকৈয়ে সহায় কৰিছিল। নৃত্য প্ৰদৰ্শনত টকা উঠিলেও ধাৰ মাৰোঁতেই যায়। সিফালে সঙ্ঘৰ ২৫ জন শিল্পী আমি আটাইবোৰেই নিচেই দুখীয়া আছিলোঁ। আটাইকেউজনে ঘৰৰ কথাও ভাবিব লগীয়াত পৰিছিলোঁ। জাতীয় প্ৰতিভা বিকাশ কৰিবলৈ সমাজে সুবিধা দিব লাগে আৰু লাগে টকা। সেই সময়ত আমাৰ শোচনীয় ভাবে দুয়োটাৰে অভাব। ৰাইজ আৰু চৰকাৰৰ সহায় নহলে এনে অনুষ্ঠান টিকি থাকিব নোৱাৰে।

১৯৩৮ চনৰ যোল মাৰ্চ্চ কলিকতাৰ গ্লোব থিয়েটাৰত নৃত্য-প্ৰদৰ্শনৰ পাছদিনা ভাৰতীয় প্ৰথম কথাচিত্ৰ "আলাম আৰাৰ" পৰিচালকে, এই সজ্ঘ লৈ পৃথিৱী ভ্ৰমণ কৰিবলৈ মনস্থ কৰি কনট্ৰেক্ট আদিৰ কাগজ-পত্ৰ সাজু কৰাই শ্ৰীযুত হৰেন্দ্ৰনাথ শৰ্ম্মা এম, এ, ; বি, এল, ; এম, এল, এ, ডাঙৰীয়াৰ কলিকতাৰ বাসভৱনত ১১ বজাত চহী আদি লোৱাৰ কথা ঠিক হৈ গৈছিল। কিন্তু পৰিতাপৰ বিষয় আমাৰ ভিতৰৰে দুজন-মানৰ মোৰে সৈতে মনোমালিন্য হোৱাত সেই সময়ৰ উত্তেজনাত তেওঁৰ কনট্ৰেক্ট আদি চহী কৰাৰ আগদিনা গধূলি নানা কথা লগাই উদ্দেশ্যটোৰেই বিফল কৰি দিলে।

বিফল হোৱাৰ বহুত দিনৰ পাছত এই কেইজন বন্ধুৱে অসমৰ ইমান এটা দুৰ্ঘোৰ অনিষ্ট কৰাৰ কাৰণে অনুতাপ কৰি বাৰে বাৰে মোক কৈছিল।

বিধতাৰ লিখনিৰ মতে অসমীয়া আন আন অনুষ্ঠানৰ দৰেই ইয়াৰ স্মৃতিৰ বাহিৰে অস্তিত্বও নাইকীয়া হ'ল, সপোনৰ দৰেই সি মাৰ গ'ল। শেহত অভাবগ্ৰস্ত হৈ নৃত্যৰ কথা এৰি অন্ন-সমস্যাৰ সমাধানৰ সন্ধানত লাগিলোঁ। ১৩ বছৰ পাৰ হৈ গ'ল। কিন্তু এই এযুগৰ পাছতো আৰু কোনো অসমীয়া ডেকা নৃত্য-শিল্পী কামৰূপী নৃত্য প্ৰদৰ্শন কৰিবলৈ অসমৰ পৰা আৰু নোলাল।

আকৌ ১৯৪৮ চনত লেডী হাইদৰীৰে শ্বিলঙত পতা 'হিলচ্ এণ্ড প্লেইনচ্ উইক'ত সূক্ষ্ম কলা বিভাগৰ বিচাৰক

পাতি নিমন্ত্রণ কৰিছিল। তাত অসমৰ বিভিন্ন, বেলেগ, মোহনীয় শিল্প-সম্পদবোৰ একেলগে চাবলৈ পাই যথেষ্ট প্ৰেৰণা পাইছিলোঁ।

সেইবোৰৰ অকণ অকণ আভাষ আৰু আজিৰ যুগৰ অসমীয়া সমাজৰ বহুত খেলি-মেলি ভাববোৰ লৈয়ে 'সাত-ৰঙৰ নতুন কাবেং' আৰু ইয়াত উল্লেখ কৰা 'অসম-জাতীয় ৰঙ্গমঞ্চ আৰু আৰ্ট গেলেৰী'ৰ অধ্যায় সৃষ্টি কৰা হৈছে।

শ্ৰীযুত দৰ্পনাথ শৰ্ম্মা ডাঙৰীয়াই ৰচনা কৰা 'পুৱতী নিশাৰ আজান' শুনি, তেখেতৰ বিখ্যাত গীতটি এই পুথিত ঠাই দিবলৈ দিয়াত, তেখেতৰ প্ৰতি মই কৃতজ্ঞ থাকিলোঁ।

সহৃদয় ৰাইজে সকলো ভুল-ত্ৰুটিবোৰ মৰিষণ কৰি ক্ষমা কৰিব। কভাৰৰ ছবিখনিৰ চানেকিৰ কাৰণে দৰ্পন প্ৰেছৰ মালিক শ্ৰীযুত নলিনীধৰ বৰুৱাৰ প্ৰতি কৃতজ্ঞতা জনালোঁ। ইতি

বিনীত—

১. ৯. ৪৯ সুৰেশ গোস্বামী

## দ্বিতীয় প্ৰকাশ

## আনৰ কথা

“প্ৰিয় গোস্বামী,

সাতৰঙৰ নতুন কাৰেঙৰ কাৰণে ধন্যবাদ। মই কিতাপ-খন বিভোৰ হৈ পঢ়িছো। আধা পঢ়া অৱস্থাতে আপোনালৈ লিখিলো। এই উপন্যাসখনিৰ কাৰণে আপুনি গোটেই জাতিৰে কৃতজ্ঞতাৰ পাত্ৰ। আপোনাৰ

(স্বাঃ) সূৰ্য্যকুমাৰ ভূঞা

(বৰ্ত্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্‌চেলৰ)

“মৰমৰ গোস্বামী,

আমাৰ পিছৰ ডেকাচাম শিল্পীসকলৰ ভিতৰত আপুনি অগ্ৰণী বুলি মই ভাবো। আপোনাৰ কণুমী নাটকখন মোৰ বৰ প্ৰিয়। আপোনাৰ প্ৰতিভাৰ সকলোফাল এতিয়াও প্ৰকাশ পোৱা নাই। ‘সাতৰঙৰ নতুন কাৰেঙ’ৰ যোগেদি আপোনাৰ শিল্প-প্ৰতিভা জ্বলি উঠি দেশৰ মুখ পোহৰাব বুলি মই আশা কৰিলো। আপোনাৰ

(স্বাঃ) জ্যোতিপ্ৰসাদ আগৰৱালা

২৪.১২.৪৮

"My Dear Goswami,

'সাতৰঙৰ নতুন কাৰেং' এখন আনি পঢ়ি কিমান যে আনন্দ পাইছো কবলৈ ভাষা নাই। মই সাহিত্যিক নহওঁ, কিতাপৰ সমালোচনা কৰাৰ স্পৰ্দ্ধা নাই মোৰ। মই পঢ়ি বৰ আনন্দ আৰু গৰ্ব্ব অনুভব কৰিছো। এই কিতাপখনে মোৰ হৃদয়ৰ স্পন্দন আনিছে—ইয়াকেহে মই কব পাৰো।"

আপোনাৰ

( স্বাঃ ) **দেবেশ্বৰ শৰ্ম্মা** ২৯।৯।৪৯

( বৰ্ত্তমান অসমৰ বিত্তমন্ত্ৰী )

"আমাৰ ভাষাত এনে এখনি কিতাপ আৰু নাই।"

( স্বাঃ ) **ললিত বৰুৱা**

"তোমাৰ 'সাতৰঙৰ নতুন কাৰেঙ'ৰ পোহৰে অন্ধকাৰময় পৃথিবীক পোহৰাই পেলাওক।"

( স্বাঃ ) **ধৰ্ম্মেশ্বৰী বৰুৱানী**

"জাতীয় ৰঙ্গমঞ্চৰ পৰিকল্পনা কিতাপৰ যোগেদি প্ৰচাৰ কৰা এয়ে প্ৰথম।.........অসম-হিতৈষী সকলে মনযোগ দিব বুলি আশা কৰা যায়।"

( স্বাঃ ) **হৰেশ্বৰ গোস্বামী**

( অজস্ৰ প্ৰশংসাৰ মাত্ৰ দুটামান বাছকবনীয়া অভিমত )

# সাত ৰঙৰ নতুন কাৰেং

## —প্ৰথম—

নিৰ্ম্মল জোনাক ৰাতি,—শৰত কাল, পোহৰবোৰৰ পৰশ পৰি দূৰ-অদূৰৰ নিপোতল গাভৰু পৰ্ব্বতবোৰ বিতোপন হৈ উঠিছে। ডাঙৰ সৰু বঙলাবোৰৰ খিৰিকিয়েদি ওলোৱা বিজুলী চাকিৰ পোহৰে অস্পাল্ট দিয়া ৰাস্তাবোৰৰ ওপৰত চিক্‌মিকনি তুলি আলিৰ লাইটবোৰে, নীল আকাশত তিৰ্‌বিৰাই থকা তৰাবোৰে, পাইন গছত ঠেকা খাই যোৱা সোঁ-সোৱনি বতাহৰ মধুৰ পৰশে চিলং চহৰখন আজি যেন সৰগপুৰী কৰি তুলিছে।

বহল বুকুৰ চিলচিলিয়া সুন্দৰ ৰাস্তাত চিৰ-চিৰ শব্দ কৰি লাহে লাহে বহুত—চালে চকুৰোৱা ন-পুৰণি মটৰকাৰ, জিপ গাড়ী আহি বকৰাৰ ঘৰত সোমাইছেহি। বহুত গাড়ী আগৰ পৰা আহিও তাত গোট খাইছেহি, আজি যেন এটি বিশেষ উৎসৱহে হৈছে। চাকিৰ পোহৰ দেখি দীপান্বিতালৈ মনত পৰে। ৰেডিওৰপৰা অহা মধুৰ সঙ্গীতৰ ঝঙ্কাৰে গোটেইখন অপুৰীৰ ভাব জগাই তোলে।

ওমৰৰ এটি সঙ্গীতৰ এটি কবিতাৰ ভাব লৈ ৰচা ৰেডিওত বজা "সৌ যে চোৱা হাজাৰ গোলাপ তাতো আছে বিৰহ গথা" গীতটোৱে জীৱনৰ সিপিঠিও মনত পেলাই দিয়ে। পাশ্চাত্য ভাবে সজোৱা ডাঙৰ ডাঙৰ বৈঠকখানাত আমোদ-প্ৰিয়, সুসজ্জিত ডেকা-গাভৰু, গম্ভীৰ প্ৰকৃতিৰ আভিজাত্যৰ চেকা থকা আদহীয়া ভদ্ৰলোক ভদ্ৰমহিলা বহুত বহি নানা তৰহৰ কথা পাতে—হাঁহে। এংল', বঙালী, অসমীয়া, খাচীয়া ভদ্ৰলোক ভদ্ৰমহিলা গাভৰুৱে নানা ধৰণৰ পোচাক-পৰিচ্ছদ পিন্ধি কোঠাটোত প্ৰবেশ কৰে। ইজনে সিজনক "আহক আহক"—দীঘলীয়াকৈ "গুড-ইভ্‌নিং", "জয়হিন্দ", "নমস্তে", "নমস্কাৰ"—হেণ্ডচেক্, কৰজোৰ কৰি অভ্যৰ্থনা কৰে। প্ৰথমে কিছু কিছু বিশৃঙ্খল ভাব দেখা যায় তেওঁলোকক বহুৱা মেলাত। ইংৰাজী ধৰণেৰে পৰিপাটিকৈ সাজসজ্জা কৰা সুৰুচিসম্পন্ন দুজন ডেকাই সকলোকে বহুৱা মেলাত সুবিধা কৰি দিয়ে। সেই কোঠাৰ অলপ দূৰৈতে এখন ধুনীয়া সৰু মেজ আগত লৈ এখন কোমল চোফাত এজন আদহীয়া ভদ্ৰলোক। তেওঁৰ চুলিৰ কাণৰ সতাৰ ওপৰত বগাপৰা। দেখিলেই অনুমান কৰিব পাৰি যে তেওঁ গণ্য-মান্য। পুৰণি-কলীয়া অসমীয়াৰ আভিজাত্যৰ গৌৰৱ—তেওঁৰ পোচাক পৰিচ্ছদৰ মাজেদি ফুটি ওলাইছে। অভ্যাগত সকলক বহাৰ পৰাই তেওঁ হাতজোৰ কৰি সানুনয়ে সকলোকে বহিবলৈ কয়। তেওঁৰ মুখত কেইজাৰ ষ্টাইলৰ সুন্দৰ চিকণ গোফ,-

সন্তোষৰ হাঁহি ৰিবিডি উঠে। আলহীসকলেও তেওঁৰ প্ৰতি অভিবাদন জনায়। যেন সকলোৱে তেওঁক সম্ভ্ৰম কৰে, সন্মান কৰে। ওচৰতে বহি থকা তেওঁৰ জীয়েক। শুৱনি। দেখিলেই গম ধৰিব পাৰি যে তেওঁ বুদ্ধিমতী, বিদুষী, তদুপৰি এটি সুন্দৰ চাৱনি—গাৰ গঠন লণী যেন নৃত্যপটীয়সী। সুঠাম দেহাৰ অসমীয়া গাভৰুৰ এটি মনোৰম প্ৰতিচ্ছবি। সাজ-পোচাক একেবাৰেই অসমীয়া ধৰণৰ। বৈঠকখানালৈ তেওঁৰ বন্ধু তুগৰাকী সোমাই অহাত তেওঁ উঠি গৈ তেওঁলোকক অভ্যৰ্থনা কৰি তেওঁৰ দেউতাকৰ ওচৰত বহুৱাই দি কথা পাতে। সন্তোষ আৰু সুন্দৰ ভাৱ কথা পতাৰ ভঙ্গীৰ পৰাই বেচকৈ ওলায়। ৰেডিওৰ গান বন্ধ হয়—এটি বীণাৰ ঝঙ্কাৰকেৱল মৃদু মধুৰ শব্দ কৰি বাজি থাকে।

চোফাত বহি থকা ভদ্ৰলোকজনে ডেকা দুজনক ওচৰলৈ মাতি আনি সোধে—"আমাৰ নিমন্ত্ৰিত আলহী সকল সকলো আহিল নে? চৌধুৰী ডাঙৰীয়া আৰু হাফিজ চাহাব এতিয়ালৈকে অহা নাই কিয়?" ঘড়ি চায় আকৌ কয়—"আমাৰ ডিনাৰলৈটো আৰু বেচি সময় নাই, এটা ব্যৱস্থা কৰিলে ভালো বেয়া হয়।"

ডেকা এজনে কয়—"ভাল বাৰু মই গাড়ীখনকে পঠাই খবৰ লোৱাওঁ—"। তেওঁ বৈঠকখানাৰ পৰা ওলায় যায়—গাড়ী এখন পঠাই দিবলৈ।

আদহীয়া ভদ্ৰলোকজন বীণাৰ দেউতাক—যোৰহাটৰ

ধনী চাহ খেতিয়ক আৰু অসমীয়াৰ আজি যিটো ডাঙৰ বেঙ্ক অৰ্থাৎ ব্ৰহ্মপুত্ৰ বেঙ্কৰ প্ৰতিষ্ঠাপক আৰু বৰ্ত্তমানে মেনেজিং ডিৰেক্টৰ। তেওঁ চোফাৰ পৰা উঠি ঠিয় হৈ আভিজাত্যৰ ভঙ্গীয়ে সম্বোধি আলহীসকলক কয়—

"লেডিজ এণ্ড জেণ্টলমেন,

আপোনালোকক আজি মই আলহী হিচাবে পায় বৰ গৌৰৱ অনুভৱ কৰিছোঁ। আজি মোৰ জী শ্ৰীমতী বীণা আইদেউৰ কাৰণে যিটো ডিনাৰ দিছোঁ তাৰ কাৰণে আপোনালোকে অশেষ কষ্ট কৰি অহাত মই আন্তৰিক ধন্যবাদ জনাইছোঁ।

"বীণাৰ পিতৃ হিচাবে মই গৌৰৱ কৰোঁ। যোৱাবাৰ তাই গুৱাহাটী বিশ্ববিদ্যালৰ পৰা এম-এ'ত ফাৰ্ষ্ট হৈছে। আৰু এইবাৰ কেন্দ্ৰীয় চৰকাৰৰ পৰা বৃত্তি পৰীক্ষাত সদৌ ভাৰতবৰ্ষত দ্বিতীয় স্থান অধিকাৰ কৰিছে। তাই দুই এদিনতে আমেৰিকালৈ ৰাওণা হব। সেই কাৰণে আপোনা-লোক সকলোৱে যেন তাইক আশীৰ্ব্বাদ কৰে।" ওচৰতে বহি থকা বীণাই এনে কথাত বিনয়ত লাজ কৰি তলমূৰ কৰে। আলহীসকলে সু-খবৰটো শুনি হাতচাপৰি দি আনন্দ প্ৰকাশ কৰে। ৰায়বাহাদুৰ বক্তৱ্য বহে। অন্য এজন সম্ভ্ৰান্ত ভদ্ৰলোক ঠিয় হৈ কয়—

"বীণা আইদেউ আমাৰ সমাজৰে গৌৰৱ। তেওঁৰ প্ৰতি মোৰ এটি বিশেষ অনুৰোধ যেন তেওঁ শিক্ষা সাং কৰি আমাৰ

দেশলৈ ঘূৰি আহি, হিমালয়ৰ দৰে বৰ গুৰু-গম্ভীৰ হৈ বহি নাথাকেহি ( সকলোৱে হাঁহে ) ; তেনে মানুহলৈ আমাৰ বৰ ভয় লাগে ( সকলোৱে বেছিকৈ হাঁহে )। তেওঁ আমাৰ দহৰ, দেশৰ, অৰ্থাৎ আমাৰ এই নিচলা দেশখনৰ ব্যৱহাৰত আহে—" বুলি বহে। ইতিমধ্যে চৌধুৰী ডাঙৰীয়া সোমাই আহে। বৰুৱাই কৈ উঠে—"আহক, আহক চৌধুৰী, বহুত পলম হল কিয় ?"

"মোৰ পলম হৈ গলনেকি ? নকব বুজিছেনে"—এই বুলি চৌধুৰী ডাঙৰীয়াই কয়—"বৰুৱা, ডিনাৰলৈ এতিয়াও অলপ বাকী"।

"আহক আহক, বহক !" চৌধুৰীক ওচৰতে বহিবলৈ কয়। ইতিমধ্যে এজন ডেকাই ঠিয় হৈ কয়—"শ্ৰীযুতা বীণাদেৱী মোৰ সহপাঠী সেই কাৰণেই গৌৰৱ অনুভৱ কৰোঁ। তেখেতৰ প্ৰতিভা সৰ্ব্বতোমুখী। হয়তো বহুতেই নাজানে যে তেখেতৰ পাণ্ডিত্যৰ বাহিৰেও তেখেতৰ সঙ্গীতত যথেষ্ঠ বাপ আছে। অৰ্থাৎ যাক ইংৰাজীত কয় 'চিলভাৰ ভয়েচ' অৰ্থাৎ ৰূপালী সুৰদী কণ্ঠস্বৰ।"

দুই এজনে কয়—"হয় হয়, বৰ ভাল কথা, বিদায়ৰ বিয়লী বেলিকা এটি সুমধুৰ সুৰে সকলোকে আনন্দ দিব।" সকলোৱে সমৰ্থন কৰে। বীণাই—"আপোনালোকৰ আদেশ অমান্য কৰিবৰ মোৰ শক্তি নাই, ৰবীন ককাইদেউ, তুমিও আহা" বুলি ওচৰতে ঠিয় হৈ থকা এজন ডেকাক কয়।

ৰেডিওটো বন্ধ কৰি দুয়ো অৰ্গেনটো খুলি লয় গৈ। বীণাই গাই যায়। কিছু গোৰাৰ পাছত ৰবীনেও লগতে গীত ধৰে। সুৰৰ সপোনপুৰীৰ সৃষ্টি হয়। ইমান শুৱলা, ইমান শ্ৰুতি-মধুৰ সঙ্গীত কোনেও বহুত দিন শুনা নাই যেন ভাবি মুগ্ধ হৈ যায়। গীতৰ মৃদু লয়ৰ শেষত সকলোৱে প্ৰশংসাসূচক শব্দ কৰি কয়—“অতি সুন্দৰ!” অৰ্গেনটোৰ ওচৰৰ পৰা বীণা আহি আগৰ চোফাখনৰ ওচৰতে ঠিয় হয়হি। ৰবীনে অৰ্গেনটোতে এটি পুৰবীৰ আলাপ অতি মৃদু ভাবে ৰিদবোৰ কঁপাই সুন্দৰ লহৰৰ কম্পনত নিজৰ হিয়াৰ আবেগত মিলাই বজাই থাকে। কিবা এটা অৱসাদ ভাৱত তেওঁৰ যেন মনৰ আশা সকলো ভাঙি যাব খুজিছে। বীণাৰ আমেৰিকালৈ যোৱা কথাটো দেশৰ গৌৰবৰ হলেও তেওঁৰ প্ৰতি যেন কৰুণ।

কোমল মাতেৰে বীণাই নিমন্ত্ৰিত সকলক বিনয় ভাৱেৰে কয়—“মোক উৎসাহ দিয়াৰ কাৰণে আপোনালোকক ধন্যবাদ। পৰহিলৈ মই যাত্ৰা কৰিম। দেৱৰো দুৰ্ল্লভ সোণৰ সফুৰা এই অসম দেশ, মোৰ অসম জনমভূমিক যেন মই আহি সেৱা কৰিব পাৰোঁ, এয়ে মোৰ জীৱনৰ বাঞ্ছা।” শেষৰ কথাকিটাত বীণাৰ চকু চলচলীয়া হয়। অসমৰ কথা কৈ গৌৰৱ অনুভৱ যে কৰিছে, এনে এটি আন্তৰিক ভাৱ ফুটি উঠে, অথচ বিদায়ৰ বেলিকা দেশখনক, নিজৰ দেউতাকক, আত্মীয়-কুটুম্ব বন্ধু-বান্ধৱক এৰি যাবলৈ অলপ যেন দুখ লাগিছে। সঠিক বিদায়ৰ এটি যেন পূৰ্ব্বৰাগ।

কোঠাটোৰ ডাঙৰ ঘড়িটোত আঠোটা বজাৰ শব্দ টং-টংকৈ বাজি উঠে। বেয়াৰা দুজন বৈঠকখানাৰ সোঁফালে থকা দুৱাৰৰ ওচৰত ঠিয় হয়হি। ৰায় বাহাদুৰ বৰুৱাই সকলোকে ডাইনিং ৰুমলৈ আহিবলৈ অনুৰোধ জনায়। সকলোৱে লাহে লাহে উঠি ডাইনিং ৰুমলৈ আহি নিজৰ নিজৰ লগ-লগৰী লৈ অভিৰুচি মতে আসন গ্ৰহণ কৰে। বৈঠকখানাত কেৱল বীণাহে থাকে। তেওঁ যাবলৈ উদ্যোগ কৰি ডাইনিং ৰুমলৈ সোমায় যাবলৈ ধৰোতেই অৰ্গেনটোৰ ওচৰতে বহি থকা ৰবীনক লক্ষ্য কৰি তেওঁৰ ওচৰ পায়গৈ। দেখে—ৰবীন কিবা এটা ভাৱত যেন তন্ময়। বীণা যে তেওঁৰ ওচৰত ঠিয় হৈ আছে তাকো কব নোৱাৰে। বীণাই কথা কওঁতেহে তেওঁ বুজি উঠে আৰু ধীৰে ধীৰে কয়—"অ' বীণা!"

বীণাই কয়—ৰবীন ককাইদেউ আহা।

ৰবীন—গৈছোঁ, কিন্তু—

বীণা—কিন্তু···

—"কিন্তু মানে এই ধৰা তোমাৰ যোৱাটো আনন্দৰ হলেও—গৌৰৱৰ হলেও বহুদিন আঁতৰি থকাৰ আগ জাননীটো—মোৰ প্ৰতি দুখৰ—অলপ কৰুণ। সেই কথাটো মনলৈ অহাত অলপ বিভোৰ হৈ গৈছোঁ—মোৰ দুৰ্ব্বলতা ক্ষমা কৰিবা বীণা"—বুলি কৰুণ দৃষ্টিৰে বীণালৈ চাই থাকে। বীণাইও যে তেনেকুৱা এটা ভাবতে উটি বুৰি গৈছে সেই কথা জোৰেৰে চেপি হাঁহি কয়—"ৰবীন দাদা সেই কথা এতিয়া

মনত পেলাই দুখ কৰিব নালাগে, তোমাৰ মনটো মৰা দেখিলে মোৰো বেয়া লাগে। আহা এতিয়া ডাইনিং ৰুমলৈ” —বুলি নিজেই প্ৰথমে যাবলৈ উদ্যোগ কৰে। ৰবীনেও লাহে লাহে উঠি সেই ভাৱটো জোকাৰি ‘বাৰু ব’লা” বুলি বীণাৰ পাছ লয়।

সুসজ্জিত খোৱা ঘৰত সকলোৱে খাবলৈ আৰম্ভ কৰে।

---

—দ্বিতীয়—

এটি সেউজীয়া পৰ্ব্বতৰ টিঙৰ ওপৰত ডেকা সুৰুযৰ ৰাতিপুৱাৰ কিৰণ সিচৰিত হৈ পৰে। গৌহাটী-চিলং ৰাস্তাৰ চাৰিও কাষে থকা কুঁৱলীবোৰ বাষ্প হৈ উৰি যায়—ওপৰলৈ। পৰ্ব্বত, নৈ, নিজৰা, জল-প্ৰপাতবোৰ, একাবেকা সাপৰ দৰে পৰিথকা কেকুৰিবোৰ—হৰেক ৰকম মটৰ গাড়ীবোৰে পাৰ হৈ যায়। অফুৰন্ত দৃশ্যবোৰ চাই চাই শেষ কৰিব নোৱাৰি—হাবিয়াস নপলায়, কোঁচখাই থকা মনটো ঠন ধৰি উঠে।

নতুনকৈ কিনা এখন মটৰগাড়ীত দেখা যায়—বীণা, বীণাৰ দেউতাক আৰু লগতে ৰবীনো। চকাৰে গাড়ী চলায়। ৰায়বাহাদুৰ বকৰুাই দৃশ্যবোৰ চাই চাই বীণাক কয়—“বুইছ

বীণা, কিমান দিন কিমান বাৰ চিলংলৈ আহিছোঁ—তোৰ বয়স ছবছৰ হৈ উকলি গৈছে—তোৰ মনত থাকিব পাই তই যে পাইনমাউণ্ট স্কুলত পঢ়িছিলি; তেতিয়াৰ পৰাই এই বাটটোৱে দিয়েই আহিছোঁ—কিন্তু ইয়াৰ দৃশ্যবোৰ কোন দিন মোৰ আমনি লগা নাই। চাইমন চাহাবে কি কৈছিল জান—অসমখন পৃথিবীৰ ভিতৰত সৌন্দৰ্য্যশালী দেশ। তাতোকৈ এই চিলং ৰাস্তাটো আৰু অপূৰ্ব্ব।”

ৰবীন—জৱহাৰলালেও ঠিক তেনেকৈয়ে কোৱা যেন অনুমান হয়।

বীণা—ওঁ কৈছিলটো।

ৰবীন—প্ৰতিভাশালী লোকে আমাৰ দেশখনৰ কথা ক'লে সচাঁকৈয়ে গৌৰৱ অনুভৱ কৰা যায় নহয়?

বীণা—নিশ্চয়। মোৰ হ'লে এই দেশ এৰি অন্য দেশলৈ এতিয়ামানো যাবৰ মন নাযায়। ভগবানক খাটোঁ। যেন ইয়াতেই মৰি মৰি ইয়াতেই উপজি থাকোঁ।

এইদৰে কথা পাতি থাকোঁতেই তেওঁলোকে নংপু পায়। ৰেস্তোৰাঁত চাহ খাবলৈ সোমাই গৈ। কিছুপৰ আগতে আহি জিৰণি লোৱা প্ৰবীনে নিজে বহি থকা চকীৰ পৰা উঠি কয়—“ৰাস্তাত একো দিগদাৰ হোৱা নাইতো? কি বীণা, মূৰ ঘূৰাইছিলনেকি?”

বীণা—(হাঁহি) ইস্ মই যেনিবা সৰু ছোৱালী একনীহে

প্ৰবীন—মই চাহ ready কৰাই ৰাখিছোঁ, wash কৰি

আহিলেই হয়।" সকলোৱে চাহৰ টেবুলত বহি চাহ খাই কিছুপৰ বহোঁতেই নংপুৰ বেল বাজি উঠিল—টং টং। গাড়ীবোৰ ৰাওণা হ'ল গুৱাহাটীৰ মুখে।

পিছদিনা ৰাতিপুৱা—ফেৰীঘাট পাণ্ডু—এক অপূৰ্ব্ব দৃশ্য। প্ৰকৃতিৰ এক অবৰ্ণনীয় লীলাভূমি। আনফালে ৰেলপথ—মটৰ—জলপথৰ মহাসংযোগ—অসমৰ ই প্ৰধান যাতায়তৰ স্নায়ু-মণ্ডলী। ৰবি ঠাকুৰে এদিন এই মনোৰম প্ৰাকৃতিক দৃশ্য চাই বোলে কৈছিল—"অসমীয়াক কাগজ-কলমৰ কবিতাৰ প্ৰয়োজন নাই—ইয়েই জীৱন্ত ৰূপালী কবিতা।"

এখন যাত্ৰীবাহী ফেৰী—সকলো ব্যস্ত—মুটীয়া, যাত্ৰী, কৰ্ম্মচাৰী। কুঁৱলীবোৰ ৰদৰ জিলিকণিত আঁতৰি গৈছে। ফেৰীখন স্পষ্টভাবে ওলায় পৰে। ৰেলিংৰ প্ৰথম শ্ৰেণীৰ কেবিনৰ ওচৰত বীণা; বীণাৰ দেউতাকে বৈ কথা পাতে—গভীৰ ভাৱ। বীণাৰ বিদায়ৰ বেলিকা সকলোৰে মন গধুৰ। ৰায় বাহাদুৰ বৰুৱাই বীণাৰ লগেজ আদি নিজে সকলো ঠিক আছেনে নাই বুলি চাবলৈ তললৈ নামি আহিল। ৰবীন অন্যফালৰ পৰা বীণাৰ ওচৰ চাপি আহি কলেহি—"তোমাৰ লগেজ আদি সকলো ঠিক কৰি আহিলোঁ।"

বীণা—তোমালোকৰ এই মৰম চেনেহ ৰবীন ককাইদেউ কেতিয়াও নেপাহৰোঁ। দেউতাৰ কথা ভাবিহে মন অস্থিৰ হৈ পৰিছে। সকুতে মা ঢুকুৱাৰ পৰা দেউতায়ে নিজৰ পাখিৰ তলত ৰাখি ডাঙৰ দীঘল কৰিলে; তেওঁক এৰি

ইমান দিনৰ কাৰণে ইমান দূৰলৈ যাবলৈ সচাঁকৈয়ে মন নাযায়। দেউতাক এৰি কেনেকৈ থাকিম এই কথা ভাবিলে মনটো বলিয়া হৈ যায়।

ৰবীন—বীণা দুখ নকৰিবা, ঈশ্বৰে তোমাৰ মঙ্গল কৰিব। তুমি অসমৰ এটি উজ্জ্বল ৰত্ন। এই ৰত্নৰ উজ্জ্বল কিৰণ যেন গোটেই অসম খনতে বিয়পি পৰে।

বীণা—তোমাৰ আশীৰ্ব্বাদ যেন সচাঁ হয়। কিন্তু তোমাৰ ফালে নোচোৱা কিয় ? অসমীয়াৰ ভিতৰত তোমাৰ নিচিনা মেধাবী পুৰুষ নাই বুলিলেও বেছি কোৱা নহয়। অসমৰ বাহিৰেও প্ৰত্যেকে এই কথা জানে। তোমাৰ লিখনীৰ প্ৰবন্ধ নহলে বহুত কাগজেই অঙ্গহীন যেন লাগে। অসমৰ বাহিৰৰ কাগজবোৰৰ সম্পাদকৰ চিঠিৰ পৰা সকলো জানো। কিন্তু বৰ্ত্তমানে এনে নিশ্চল মূৰ্ত্তিৰ দৰে তুমি জীৱনটো কটাই দিবানে ?

ৰবীন—জীৱনটো ধৰি ললে এই ব্ৰহ্মপুত্ৰ নৈ খনৰ সোঁতত উটি যোৱা এখন নাওৰ দৰে উজু সহজ সৰল। দোকোলটকা পানীত কেতিয়াবা হয়তো একোটা ড'কা ফুটিব পাৰে। ড'কাত তিস্থিৰ পাৰিলে ভাল—ডুবিলেও বেয়া নহয়, সিও সহজ, সৰল। সিফালে মোৰ জীৱনটো একেবাৰেই অকলশৰীয়া, কেও কিছু নাই—ইচ্ছাৰ জীৱন।

বীণাই এই কথাত মুগ্ধ হয়, ভাবে—ৰয়, কয়—যেন বাধাহীন পানীৰ সোঁতৰ দৰেই অন্তৰৰ পৰা কথা ওলায়।

—ৰবীন ককাইদেউ তেনে কথা নকবা। যাবৰ বেলিকা মোক দুখ নিদিবা। তোমাৰ দৰে একোটা শক্তি যদি নষ্ট হৈ যায়, দেশখনৰে দুৰ্ভাগ্য।

ৰবীন—তেহে তুমি কথা দিয়া—তুমি মোক, নহয় আজীৱন প্ৰেৰণা যোগাবা। বহুত দিনৰ আগৰ পৰাই এটি সপোন দেখিছোঁ—সেই সপোন, তুমি মোৰ সহায় হলে, ৰূপ দি সজীৱ কৰি তুলিব পাৰিম—বুলি কোৱাৰ লগে লগেই ভোঁ ভোঁ কৰি সকলো যাত্ৰীকে সতৰ্ক কৰি দিলে—ফেৰী এবাৰ আগ জাননী।

বীণাৰ লগ-লগৰী কেবাজনো ততাতৈয়াকৈ আহি বীণাক সাৱটি ধৰিলেহি। বীণাৰ দেউতাকো আহি কলেহি—"সকলো ঠিক।" প্ৰবীনে ইঙ্গিত দি বীণাক অলপ আঁতৰলৈ মাতি নি কলে—"চিঠি-পত্ৰ দিবা জুৰুল—পাহৰি যাবানেকি?" "নাপাহৰো" বুলি বীণাই আগৰ ঠাইলৈ আহিল। আকৌ ভোঁ ভোঁকৈ শব্দ হল। বীণাৰ দেউতাকে বীণাক সাৱটি ধৰিলে। কেঁচুৱা ছোৱালীজনীৰ দৰে বীণাৰ চকুলো বাগৰি আহিল। বীণাই উচুপি উচুপি আধাভঙা মাতেৰে কেৱল কব পাৰিলে—"দেউতা!"

---

—তৃতীয়—

যোৰহাট—এটি সাধাৰণ বৈঠকখানা। একাষে এটি পিয়ান', আনফালে এটি অৰ্গেন, তবলা, চেতাৰ, এসৰাজ, খোল আদি সু-সজ্জিত ভাৱে থোৱা আছে। ৰাংচালী চাৰিজনী ছোৱালী। সকলোৱে অলপ অচৰপ নৃত-গীত জানে। নাম মীৰা, ৰত্না, কণু আৰু মিনতি। নৃত্য শিক্ষকৰ কাৰণে বৈ বৈ আমনি লগাত মীৰাই অৰ্গেনটো খুলি এটি গীত ধৰে। আন তিনিজনীয়েও এসৰাজ, চেতাৰ লৈ গীতৰ লগতে সঙ্গত কৰিবলৈ যত্ন কৰে।

*  *  *  *

গীত শেষ হয়। মিনতিয়ে মীৰাক আৰু এটি গীত গাবলৈ কয়। ৰত্নাই দুৱাৰৰ ওচৰলৈ গৈ উভতি আহি ইইঁতক কয়, "এতিয়ালৈকে ককাইদেও নাহিল।" কণুৱে কয়—"তেওঁৰ কাৰণে বৈ বৈ সদায় আমনি লাগে। সদায় কয় কালিলৈ ঠিক সময়তে ঘূৰি আহিম—ক'ত্তা, এদিনো কথা ৰাখিব নোৱাৰে। এনেকৈ আমাৰ অসমীয়া নাচ উদ্ধাৰ কৰাটো হৈছে আৰু। (এটাইকেওজনীয়ে হাঁহে) তেওঁ কেৱল মুখেৰেহে বৰ লেকচাৰ দিব পাৰে। ৰক্তৃতাৰে যেন গোটেই অসমীয়া নৃত্য-গীত, শিল্প-কলা উদ্ধাৰ কৰি আনি তোমাৰ আগত মৌ-কোঁহটো উলিয়াই দিবহি।"

মিনতিয়ে লগতে উজান দি কয়—“বৰ ডাঙৰ শিল্পীবোৰে বোলে ডাঙৰ কথা কয়, কামত বোলে একোৱেই নাই।” এনেতে বাহিৰত জোতাৰ শব্দ হোৱাত আটাইকেইজনী নিতাল মাৰে আৰু ফুচফুচাই কয়—“সকলো শুনিলে কিজানি, মনে মনে থাকা!”

এনেতে এজন বায়নক লৈ নৃত্য-শিল্পী নলীন সোমাই আহে “আজিও বৰ পলম হল দেও”—আটাইকেইজনীয়ে কয়, “ককাইদেউ আপুনি সদায় পলম কৰে—অলপ সোনকালে আহিবাচোন।” “এৰা, বৰ মস্কিল—আজি এখেতৰ খবৰ পাই ( বায়নৰ প্ৰতি ) এখেতক লৈ আহিলোঁ গৈ। এখেত শোভন সত্ৰৰ ডাঙৰ বায়ন; এতিয়া প্ৰথমে আমাৰ কামদেৱ ভস্ম আৰু কামৰূপ কেনেকৈ নামকৰণ হল সেই নৃত্যটি আৰম্ভ কৰা হওক। বায়নক মই বোলবোৰ কৈ যাম—তেওঁ বজায় যাব আৰু তোমালোকে নাচিবা—মই আগেয়ে শিকোৱাৰ দৰে।”

“মিনতি, তুমি চেতাৰতে এটি আলাপ বজোৱা আৰু গীতৰ সুৰ ধৰিবা—‘হাতে শিঙা মুখে বেণু’—তুমি জানাই নহয়।” বায়নৰ প্ৰতি—“তায় তাক তাও তাক শ্ৰী শ্ৰীতাক ধেই’ বজাব।” বোল শুনি ছোৱালীকেইজনীয়ে হাঁহে। মিনতিয়ে চেতাৰত এটি করুণ আলাপ বজাবলৈ আৰম্ভ কৰে।

নৃত্য-শিক্ষক নলীনে খোলটো বায়নক আনি দিয়েহি। বায়নে খোলটো লৈ বজায়—চায় আৰু কয় “ভাল খোল।”

"চাওঁ মীৰা, তুমি শিৱৰ pose অ'ত বহা, 'সতীৰ দেহ ত্যাগৰ পাছত উমানন্দত শিৱ ধ্যানস্থ'।" মীৰাই সজাই থোৱা আসন এখনত তেনে মুদ্ৰা লৈ চকু মুদি বহে। চেতাৰৰ সুন্দৰ আলাপ পৰিষ্কাৰ ভাৱে ওলায় ঝঙ্কাৰ তোলে। মাজতে নলীনে কয়, "মীৰা শুনা—যেতিয়া কামদেৱে তোমালৈ পঞ্চশৰ এৰিব তেতিয়া তোমাৰ ধ্যান ভঙ্গ হব। চকুৰ জ্যোতিৰে যেনে তুমি কামদেৱক ভষ্ম কৰি দিলা এনে ভাব ফুটাই তুলিবা।"

সেইদৰে নৃত্য আৰম্ভ হয়। ধ্যানস্থ শিৱ, কামদেৱ ৰত্না, ভয়-বিহ্বল কৰ্ত্তব্য সাধনৰ ভাব লৈ অপূৰ্ব্ব লয়লাসেৰে নাচি নাচি আহি শিৱৰ ওচৰ পায়হি, ভাবে, শৰত—ধনুত হাত দিয়ে। ভাবে আকৌ, কি কৰিব? সঙ্গীত উচ্চ স্বৰলৈ উঠে। কামদেৱে পঞ্চশৰ এৰে। খোলত জোৰকৈ শব্দ হয়। শিৱৰ ধ্যান ভঙ্গ হয়। চকুজুৰিয়ে যেন অগ্নিহে বৰষিছে। সঙ্গীতৰ ঝঙ্কাৰ যেন প্ৰলয় সৃষ্টি হয়!

এনেতে বাহিৰৰ পৰা "ঘৰত কোন আছে" শব্দ শুনি নলীন ওলায় যায়—কোননো চাবলৈ। ৰবীনক লগত লৈ ভিতৰলৈ সোমায় আহে।

নলীন—ছিলঙৰ পৰা কেতিয়া আহিলা?

ৰবীন—পৰহি। আহিয়েই তোমাৰ বিচাৰ লৈছোঁহি। তোমাৰ লগত বিশেষ কথা আছে। শুনিলোঁ বোলে নাচ-গান শিকাবলৈ মীৰাহঁতক মাতি আনি ঘৰতে শিকাইছা।

সেইকাৰণে ইয়ালৈকে আহিলোঁ তোমাক বিচাৰি। তোমাৰ শিকোৱাৰ দিগদাৰ নহয়তো ?

নলীন—ইমান দিনৰ মূৰত তোমাক লগ পাইছোঁ, আকৌ দিগদাৰ! বহা।

ৰবীনে মীৰাক সোধে, “কিমান শিকিছা ?”

মীৰাই লাজত অলপ হাঁহি কয়—“ককাইদেৱে যিমান শিকায়, কিন্তু তেখেতৰ দেখোন লেঠাই নমৰে।”

নলীনে ছোৱালীকেইজনীক কয়—“তোমালোকে অলপ জিৰোৱা—ৰবীনৰ লগত মই অলপ কথা পাতোঁ।”

ৰবীন—চোৱা নলীন, তুমি শিল্পী—অসমৰ দুৰ্ভাগ্য যে তোমালোকৰ নিচিনা কত শ শিল্পী এনেয়ে মৰহি গৈছে; একোটা শক্তি এনেয়ে নষ্ট হৈ গৈছে, আৰু সিফালে চোৱা শিল্পীয়ে আজি নতুন ৰুচিয়া সৃষ্টি কৰিছে।

নলীনৰ তেনে কথাত মনটো গহীন হয়। অলপ ভাবে—এটা চুৰট উলিয়াই জ্বলাই লৈ এটা দুটাকৈ কথা কয়। চকী এখনত বহি পৰে। “বুজিছা ৰবীন, শিল্পীৰ কাম সৃষ্টি কৰা—কিন্তু মই নিজে তাক সজীৱ কৰি তুলিব নোৱাৰোঁ, নিজৰ দৰিদ্ৰতাৰ কাৰণে। কল্পনা কৰি লাভ কি ? ভাবিয়েই বা লাভ কি ?” জ্বলোৱা চুৰটটো এস্‌ট্ৰেত থয়। সৰু টেবুল খনত থকা অকণমান শিলৰ প্ৰেচাৰ টো অজ্ঞাতসাৰে হাতত লয়। তালৈ হঠাত চকু পৰিল—ৰবীনক দেখুৱাই কয়—“চোৱা, যোৱাবাৰ তেজপুৰলৈ যাওঁতে ক’ল পাৰ্কত ভাঙি

পৰি থকা এই ডোখৰ শিল বুটলি আনিছিলোঁ। অসমীয়া শিলাকুটীয়ে বোলে শিলৰ ঘৰ-দুৱাৰ আৰু এনে সুন্দৰ শিলৰ মূৰ্ত্তি গঢ়িছিল, আজি তাৰ চিনচাবেই নাই। এইয়া চোৱা।” ৰবীনে মূৰ্ত্তিটো একেথৰে চায়। “ই শিৱ-পাৰ্ব্বতীৰ এটি নৃত্য-ভঙ্গীমা—কি মনোহৰ ভঙ্গী।” সেই শিলৰ মূৰ্ত্তি যেন লাহে লাহে প্ৰাণ পায় সজীৱ হৈ উঠিল—একালে শিৱ, আনফালে পাৰ্ব্বতী। অপূৰ্ব্ব নৃত্য-ভঙ্গীমাৰ গম্ভীৰ ভাৱে যেন দুয়ো নৃত্য ছন্দেৰে উঠি ঠিয় হল, লাহে লাহে দুয়ো নৃত্য আৰম্ভ কৰিলে। মূৰ্ত্তি দুটা যেন নলীনৰ চকুৰ আগতে ডাঙৰ হৈ হৈ আৰু ডাঙৰ হল। যেন নৃত্য কৰিয়েই আছে, যেন কৈলাসত হৰ-পাৰ্ব্বতী। নলীনে কলে—“চোৱা অসম দেশ, শিৱৰ দেশ, সতীৰ দেশ।” আকৌ কথা আৰম্ভ কৰাৰ লগে লগে মূৰ্ত্তি দুটা আগৰ নিচিনা শিলত পৰিণত হল। আৰু লাহে লাহে সেই মূৰ্ত্তিৰ পৰা দুফালে দুশাৰী একে ধৰণৰ মূৰ্ত্তি ওলাই যাবলৈ ধৰিলে। দেখিলে অনুমান হয় যেন, এটা শিৱ মন্দিৰত শাৰী শাৰীকৈ থকা একে ধৰণৰ বহুত মূৰ্ত্তিহে। —“অসম দেশ চিত্ৰলেখাৰ দেশ। অসম জীয়াৰীৰ গুণ-গৰিমাৰে পৰিপূৰ্ণ—নৃত্যকুশলা, চিত্ৰলেখাই দ্বাৰকাৰ অনিৰুদ্ধক নৃত্য ভঙ্গিমাৰে মন্ত্ৰমুগ্ধ কৰি লৈ আহিছিল।” এই দৰে কোৱাৰ লগে লগেই যেন চিত্ৰলেখাই হঠাৎ ৰূপ ধৰি এখন বেৰত আৰি থোৱা ছবিৰ পৰাই তিনি গৰাকী নগৰীৰ সৈতে নামি নাচি নাচি গুচি গল।—“অসম দেশ চিত্ৰাঙ্গদাৰ দেশ।

অকণমান দেশখন যেন নৃত্য ছন্দেৰেই গোটেই জাতিটোৱেই চলিছে।" যেন নলীনৰ 'লাইহাওবাৱা' নৃত্য তেওঁৰ চকুত ভাহি উঠি আকৌ মাৰ গল।—"অসম দেশ শঙ্কৰদেৱৰ দেশ। মাত, গীত, নৃত্য, সাহিত্য—আজিৰ যিটো আমাৰ সভ্যতা, আজিৰ নামঘৰ, সত্ৰ ভাওনা," বুলি কোৱাৰ লগে-লগেই যেন তেওঁ দেখিলে সূত্ৰধৰে নাচি নাচি বিলীন হোৱাৰ লগে লগে নতুৱা নাচনিয়ে যেন নামঘৰত ঢোলকৰ নাচ কৰি কৰি সকৰ পৰা ডাঙৰ হৈ আহি আহি আকৌ নাইকিয়া হৈ গ'ল। ৰবীন, মীৰা আদিয়ে তেওঁৰ কথা, নিজৰ দেশৰ গৌৰৱৰ কথা শুনি অভিভূত হৈ গৈছে। একেথৰে ছবিত থকাৰ দৰে ৰ' লাগি ৰবীনৰ কথা শুনিয়েই গৈছে।

"অসম দেশ জয়মতীৰ দেশ। শৌৰ্য্য বীৰ্য্যৰে পৰিপূৰ্ণ সাহিয়াল সৰ্ব্বগুণ বিভূষিত স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দেশ। অসমীয়া ডেকা সৈনিকৰ দেশ।" টিংখং যেন বাজি উঠিল। শিঙা বজাৰ লগে লগে যেন বলিষ্ঠ এটা অসমীয়া সৈনিকৰ দল মাৰ্চিং গীত গাই গাই গুচি গ'ল। —"অসম দেশ লাচিতৰ দেশ" কল্পনাৰ মানস পটত লাচিতে যেন ঘোৰা চোৱাৰী এদলৰ লগত তীক্ষ্ণ বেগে ঘোৰা চেকুৰাই দিলে—নলীনে অনৰ্গল কৈয়ে গ'ল। "দেশতকৈ মোমাই ডাঙৰ নহয়, বীৰ লাচিতৰ শিক্ষা আমি পাহৰি গ'লোঁ। অসম দেশ পিয়লী ফুকন, মণিৰামৰ দেশ। পাহাৰ-পৰ্ব্বত, বন-উপবন, নদ-নদী, শস্য-শ্যামলেৰে পৰিপূৰ্ণ মোৰ অসম

দেশ।" বেৰত ওলোমাই থোৱা তৰুণ ফুকন, নবীন বৰদলৈ, লক্ষ্মীনাথৰ ছবি কিখন দেখুৱাই কলে—"অসম দেশ তৰুণ, নবীন, লক্ষ্মীনাথৰ দেশ, ডেকা-গাভৰুৰ দেশ।" মীৰা, মিনতি আৰু ৰবীনক লক্ষ্য কৰি ক'লে। —"আজি এই অসম দেশ নিঃস্বাৰ্থ কৰ্ম্মী, সুদক্ষ নেতাৰ অভাৱত দীন হলেও এই এটাইবোৰ মহান শিল্পীয়ে গোটখাই অসম দেশ গঢ়ি তুলিছিল। আজিও শিল্পীয়ে অসম দেশ আকৌ গঢ়ি তুলিব। তাৰ বাট, তাৰ আদৰ্শ দেখুৱাই গৈছে--সৌ মহা-শিল্পী মহা-মানৱ মহাত্মাজী।" ডাঙৰ বেদীৰ ওপৰত থকা এটি বগা মাৰ্ব্বল অৰ ফুলৰ মালা পিন্ধাই থোৱা মহাত্মাৰ এটি প্ৰতিমূৰ্ত্তি দেখুৱাই কলে, "ৰবীন ইমান পৰ এইবোৰ কথা কোৱাত আমনি পালা নহয়—ঝৰণাৰ পানী বন্ধ থাকিলে কেনেবাকৈ তাৰ ভেটা খুলিলে পানী অনৰ্গল সেই ফালেই যায়। তুমি মোক অলপ প্ৰশংসা কৰা সেই কাৰণেই ভাল লাগে। এতিয়া তোমাৰ কথা কোৱা।"

ৰবীন—মোক তোমাৰ এখন আঁচনি লাগে।

নলীন—মোৰ আঁচনি!—কি আচৰিত কথা। মোৰ আঁচনি—কল্পনাৰ আঁচনি—সপোনৰ আঁচনি। বস্তাই বস্তাই দিব পাৰিম আৰু যদি কোৱা তুমি কোৱাৰ মতেই মোক শিল্পী বুলি তেনে সেই শিল্পীৰ আঁচনিত তোমাৰ চিকচিকিয়া মটৰ গাড়ী, পকা দালান, টকাৰ চিনিমিনি খেলা নাপাবা, পাবা কল্পনা, পাবা সপোন।

ৰবীন—টকা আৰু শক্তিশালী কল্পনাৰ সংযোগত।

নলীন—( কথাৰ মুখতে ধৰি ) ও ও, টকা হলে তোমাৰ কল্পনাবোৰ, তোমাৰ সপোনবোৰ সজীৱ কৰি তুলিব পাৰিবা।

ৰবীন—মোক লাগে এখন নতুন অসমৰ আঁচনি। নতুন অসম গঢ়াৰ পথত—তাৰ আঁচনি। আমাৰ শিল্পকলা, সাহিত্য, নৃত্যগীত, স্বাস্থ্য, সভ্যতা, সংস্কৃতিৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতিৰ এখন সকস্থুৰা আঁচনি। পৰ্ব্বত ভৈয়াম মিলি এটা বলী অসমীয়া জাতিৰ কাৰ্য্যত পৰিণত কৰিব পৰা এখন আঁচনি—পাৰিব ?

নলীন—মোৰ অঙ্কৰ ওপৰত হাত নাই। বোধ হয় কৰিব পাৰিম। এইবোৰ আদৰ্শ খুজিছা, কামত একোৱেই নহয়। শিল্পী হোৱা, নিঃস্বাৰ্থ হিচাবে দেশখন ভাল পাবা, সেয়ে ভাল। অ' আৰু এটা কথা, তোমাৰ আঁচনিত এই কথাটো সোমাব লাগিব।

এটা অসমীয়া জাতীয় ৰঙ্গমঞ্চ অৰ্থাৎ বিনন্দীয়া অসমৰ পৰ্ব্বত ভৈয়ামৰ সংস্কৃতি কেন্দ্ৰ আসাম নেচনেল থিয়েটাৰ আৰু আৰ্ট গেলেৰী।



## —চতুৰ্থ—

যোঁৰহাট চহৰৰ আনফালে—সুন্দৰ বঙলা, ধুনীয়া কম্পাউণ্ড—চাৰিওফালে ফেনচিং—প্ৰবেশ পথত লোহাৰ গেট। গেটৰ সন্মুখত পিতলৰ জিলিকি থকা আখৰেৰে 'ৰায়বাহাদুৰ' আদি লিখা থাকে। এটি সৰু ধুনীয়া অফিচ ঘৰ, প্ৰকাণ্ড এখন অফিচ টেবুল আগ্ৰত লৈ ৰায়বাহাদুৰ বৰুৱাই কাগজ-পত্ৰ আগত লৈ চায়—খুব ব্যস্ত—তেনে অৱস্থাতে থাকি তেওঁৰ কেৰাণী অহাৰ গম পাই ৰব গম্ভীৰ সুৰে মাতে—"সুৰেন"।

সুৰেন—কি চাৰ।

বৰুৱা—মোক টেলিগ্ৰাম দিছিলা কিয়?

সুৰেন—বাগিছাত গণ্ডগোল লগাৰ হেতুকে—চিজন টাইম, সিফালে কলিকতাৰ পৰা বাকছো আহি পোৱাহি নাই। যি চাহপাত মৰা হল সিও এতিয়া নষ্ট হব ধৰিছে। তাৰোপৰি পৰহিৰ পৰা কুলিয়ে ষ্ট্ৰাইক কৰিছে।

বৰুৱা—ষ্ট্ৰাইক কৰিছে—কিয় কৰিছে? কুলি—কুলি; কুলিয়েও ষ্ট্ৰাইক কৰিবলৈ শিকিছে। মোৰ বাগানত সিহঁতে যিমান ফেচিলিটি পায়, এখন ইউৰোপীয়ান বাগানতো সিমান নাপায়।

সুৰেন—হয়, মই সিহঁতক বুজাইছিলোঁ; কিন্তু সিহঁতৰ বোলে দাবীবোৰ পূৰণ নকৰিলে কাম নকৰে।

বকুৱা—ষ্ট্ৰাইক কৰালে কোনে ?

সুৰেন—কিবা ৰাজনৈতিক নে সামাজিক দল এটাই।

বকুৱা—ওঁ, বুজিছো। সিহঁতৰ দাবীবোৰ কি কি ?

সুৰেন—দৰ্মহা বেছি, জাৰত কম্বল, ধানৰ দাম কমাব লাগে।

বকুৱা—মদ খাবলৈ পইছা লাগে—সিহঁতৰ অন্ধকাৰ গুচাবলৈ লিখা পঢ়াৰ কথা নকয়, খালি দৰ্মহা—দৰ্মহা। এই দাবীবোৰ পূৰণ কৰিবলৈ কিমান টকাৰ প্ৰয়োজন হব, হিচাব কৰিছিলানে ?

সুৰেন—সঠিক বৰ্ত্তমানে কব নোৱাৰিলেও প্ৰায় দুই লাখ মান টকা দুয়োখন বাগিছাতে লাগিব।

বকুৱা—(গম্ভীৰ ভাবে) ও, যোৱা। অ' শুনা, মই বাগিছালৈ যাম, তুমিও ওলোৱা।

সুৰেন—হয় চাৰ। (মূৰ খজুৱাই খজুৱাই গুচি যায়)

বকুৱা অকলে অকলে বগা কাগজ এখনত লিখে আৰু মুখেৰে কয়—"দুই লাখ টকা—দুই লাখ টকা"। হাত খনেৰে মূৰটো ফুৰাই ফুৰাই চেলাউৰিৰ ওচৰত দুটামান ঠোকৰ মাৰে আৰু কয়—"দুই লাখ টকা।" হঠাৎ এটি স্বস্তিৰ হুমুনিয়াহ পেলায়: সেই ভাব এৰি অলপ টনকিয়াল হৈ বহে, ভাবে—যেন এটি টকাৰ সন্ধান পাইছে। তেওঁ চকীৰ পৰা উঠি বঙলালৈ সোমাই যায়। এনেতে চোফাৰে দি-লাক্স খন গেৰাজৰ পৰা উলিয়াই আনি বঙলাৰ আগত ৰাখেহি।

বন্ধুৰা কিছু সময়ৰ পাচত আন সাজত ওলাই আহি গাড়ীত বহেহি। চোফাৰক কয়—“বাগিছালৈ”। কেৰাণীয়েও তেওঁৰ ফাইল আদি লৈ গাড়ীত সোমাই বহে। গাড়ী যোৰহাট নগৰ পাৰ হৈ শাৰী শাৰী প্ৰকাণ্ড বাগিছাৰ মাজেদি যাবলৈ ধৰিলে। অসমৰ চাহগছবোৰ দেখিলে মনত হয়, যেন একোজোপা মাণিক মুকুতাৰ সোণ-ৰূপৰ গছ। সি যেন আজীৱন ৰোৱাৰ পৰাই সোণ-ৰূপ দি দি তাৰ অকণোৱেই আমনি লগা নাই। তাৰ গুৰিত ক'লা মানুহৰ আৰু তেজ ঢালিলে যেন সি আৰু ডাঙৰ ডাঙৰ বঙলা সাজে, বিলাতৰ পৰা চিক্‌মিকীয়া গাড়ী চালান কৰে। স্কট্‌লেণ্ডৰ পৰা বটলে বটলে হুইস্কী আনে। সুগন্ধি বিলোৱা পাৰিজাত চাহগছ অসমৰ—স্বৰ্গৰ কামধেনু—তাক খীৰাই আনে। চাহগছৰ দুটা পাতত কিমান মানুহৰ তেজ মিলি আছে, সেই পাততেই আকৌ কিমান ভোগ বিলাস চলিছে। অসমীয়া মানুহে কেতিয়াবা আচহুৱাকৈ গলে হয়তো ভাবে—ৰয়, কয়—কিমান ধুনীয়া! এসময়ত হয়তো ইউৰোপীয়সকলে অসমৰ সোণৰ সফুৰা বিলাক ডিঙৰা ভৰাই ভৰাই নিছিল। কিন্তু এতিয়া জাহাজে জাহাজে নিয়ে। প্ৰতি জাহাজত এক জাহাজ মজদুৰৰ তেজ যায়। অসমীয়া মাটিৰ লাখ তেজ যায় —উৰ্ব্বৰা মাটি মৰুভূমিত পৰিণত হয়।

বাগিছাৰ সীমা পাৰ হৈ প্ৰকাণ্ড গাড়ীখন ধীৰে ধীৰে তেওঁৰ বাগিছাৰ বঙলাৰ সমুখত ৰয়গৈ। চকীদাৰ, মালি

আদিয়ে তেওঁক গাড়ীৰ পৰা নমা দেখিয়েই দীঘলীয়া চালাম দিয়ে। বাগিছাৰ বৰ কেৰাণী ওলাই আহি অভ্যৰ্থনা জনায়। গাড়ীৰ পৰা নামিয়েই পোন প্ৰথমে বকুৱাই অফিচলৈ সোমাই গৈ বহেগৈ। তেওঁ অহাৰ খবৰ তৎক্ষণাৎ বাগিছাৰ কুলি লাইনত প্ৰচাৰ হোৱাত সকলো কুলি, মতা-তিৰোতা, লৰা-ছোৱালীয়ে ভিৰ খাই আহি অফিচৰ সমুখত গোট খাইছি। সকলোৰে মুখৰ ভাব—মীমাংসা, দাবী পূৰণৰ সমস্যা। কুলিৰ দলটোৰ সমুখত বৈ থকা চৰ্দ্দাৰক, হেডক্লাৰ্কে অলপ সময়ৰ পাচতেই ৰায়বাহাদুৰৰ ওচৰলৈ মাতি নিলেহি। প্ৰায় আধা ঘণ্টামান কথা-বতৰাৰ পাচত চৰ্দ্দাৰ অফিচৰ পৰা হাঁহি হাঁহি ওলায় আহি বাহিৰত উৎকণ্ঠিত হৈ বৈ থকা সকলোকে সু-খবৰটো দিয়ে। সকলোৱে চিঞৰি উঠে, "জয় আমাৰ চাহাবৰ জয়।" সকলোৱে উৎসাহিত হৈ নিজৰ সাজ-সৰঞ্জাম লৈ কাম কৰিবলৈ দিহা দিহি যায়। বকুৱাই গাড়ীত উঠি ঘৰৰ অভিমুখে যাওঁনা হবলৈ উদ্যোগ কৰিলে। বন্ধ হৈ থকা ফেক্টৰীটোৰ প্ৰকাণ্ড ৰষ্টন ইঞ্জিনটো গৰগৰাই উঠিল—ভোঁ ভোঁ কৰি হুইছেলৰ শব্দ ওলাল! বকুৱাই গাড়ীৰ ভিতৰত ফেক্টৰীৰ ইঞ্জিনটোৰ ডাঙৰ চকাটো যেন সমুখতে ঘূৰি ঘূৰিয়েই থকা দেখিবলৈ পালে। তাৰ মাজত যেন তেওঁৰ জীয়েক বীণাৰ মিছিকিয়া হাঁহিটোৱে সৈতে পবিত্ৰ নিৰ্ম্মল মুখখন দেখিবলৈ পালে। কব নোৱৰাকৈ ওলাই আহিল —"তোৰ ইচ্ছাই পূৰ্ণ হৈছে।"

—পঞ্চম—

যোৰহাটৰ নেহেৰু পাৰ্কত লানি নিছিগাকৈ পকৱাৰ দৰে মানুহৰ সমাগম। লাউড-স্পীকাৰৰ পৰা প্ৰায়েই শুনা গৈছে —"ৰাইজসকল, নিজৰ নিজৰ ঠাইত আপোনালোক বহক। হাই-উৰুমি নকৰিব।" বিশৃঙ্খল জনতাক উদ্দেশ্য কৰি বাৰে বাৰে সম্বোধি কোৱা হৈছে। পাৰ্কৰ আলিটোৰ সিপাৰে অসংখ্য মটৰ গাড়ী, চৰকাৰৰ পাব্লিচিটি ভ্যান দুই এখনো দেখা যায়। আবগাৰী বিভাগৰ মন্ত্ৰীও বোলে মিটিঙলৈ আহিছে। সভামণ্ডপৰ আসনত সৰু সৰু বহুত নেতাক গম্ভীৰ ভাৱে বহি থকা দেখা যায়। দুই এজনে নিজে যেন বৰ কৰ্ম্মী আৰু দেশপ্ৰেমিক এনে ভাব লৈ ব্যস্ত থাকে। ভাৰতীয় জাতীয় পতাকা উত্তোলন কৰিব মন্ত্ৰী ডাঙৰীয়াই। গাৰ্লচ হাইস্কুলৰ এমখা ছোৱালী—পতাকাৰ তলত সু-সজ্জিত ভাবে ঠিয়হৈ ৰৈ আছে—"ঝাণ্ডা উচা ৰহে হামাৰা" গীতটি গাবলৈ। ৰবীন নিৰ্দ্দিষ্ট বক্তা। মিটিঙৰ সকলো আনুসঙ্গিক নিয়ম হৈ যোৱাৰ পাচত মহিলা সভাৰ বিশেষ সভ্যা শ্ৰীযুতা নয়নপ্ৰভাই মাইক্ৰোফনৰ আগত কবলৈ ধৰিলে। তেওঁৰ বক্তৃতাটি স্বচ্ছ, সহজ, সৰল, খোকোজা নলগা। প্ৰায় আধাঘণ্টা মান কোৱাৰ পাচত তেওঁ স্ত্ৰী-শিক্ষাৰ বিষয়ে কৈ সামৰণিত কলে, "আমি যদি সত্যত জয়মতী, কৰ্ম্মত

মূলাগাভৰু আৰু ত্যাগত ভোগেশ্বৰী, কনকলতা হব পাৰোঁ। আমাৰ উন্নতি অনিবাৰ্য্য। ভাৰতৰ মুকুটত অসম এখনি বহুমূলীয়া হীৰাত পৰিণত হব।" জাউৰি জাউৰি হাত চাপৰিৰ মাজত তেওঁ বহি পৰিল। নিষ্কাম কৰ্ম্মী মেধাৱী ৰবীন, কন্দৰ্পৰ দৰে শুৱনি, শঙ্খৰ দৰে পবিত্ৰ, জ্যোতিৰ্ম্ময় চকুজুৰি দেখিলেই কব পাৰি তেওঁ যেন এটি বিৰাট অসমীয়া জাতিৰ সপোন দেখিছে। সেই ভাবতে তেওঁ ধীৰে ধীৰে উঠি আহি মাইক্ৰোফনৰ আগত ঠিয় হয়হি। ৰাইজসকলে তেওঁৰ কথা শুনিবলৈ উদ্‌গ্ৰীৱ হৈ ৰৈ আছে। পলমকৈ অহা যোৰহাটৰ চেয়াৰমেনে বলে নোৱাৰা নিজৰ শকত গাটো লৈ মণ্ডপৰ একাষে বহি পৰিলহি—কোনেও নজনাকৈ। ৰবীনে অতি ধীৰে ধীৰে, মৰ্ম্মস্পৰ্শী ভাষাত কবলৈ ধৰিলে—"ৰাইজসকল, এটা জাতিৰ মৃত্যু লক্ষণৰ পূৰ্ব্বে সি শাৰীৰিক, মানসিক, নৈতিক অধঃপতনৰ চৰম সীমা পায়গৈ, আমাৰ জাতিৰো এই লক্ষণবোৰ পৰিষ্কাৰ ভাবে ফুটি ওলাইছে। এই জাতিটো গঢ়িবলৈ হলে লাগিব জ্ঞান, লাগিব শিক্ষা—নৈতিক আৰু শাৰীৰিক উৎকৰ্ষ সাধন।

"কানিয়ে আজি আমাৰ মানসিক আৰু শাৰীৰিক দুৰ্ব্বলতা আনি দিলে। তাক ত্যাগ কৰিব লাগিব। খবৰ কাকত পঢ়া সকলে জানে আজি কানি অসমলৈ কেনেকৈ আহে, আৰু জানে চোৰাং বেপাৰীসকলে অসমত কানি বেপাৰ কৰি লাখ লাখ টকা কেনেকৈ উপাৰ্জ্জন কৰিছে। কানি আহে নাৱেৰে,

জাহাজেৰে, মটৰেৰে, এৰ'প্লেনেৰে। আপ্ৰাণ চেষ্টা কৰি সকলোৰে সহযোগেৰে তাৰ বাট বন্ধ কৰিব লাগিব। পৰ্ব্বত ভৈয়ামত কানি একেবাৰেই বন্ধ কৰিব লাগিব। চাওক এইখন ছবি ( নিজৰ হাতত মেকৰাই থোৱা এখন কাগজ খুলি ছবি দেখুৱাই ) এটা কানিয়াই কেনেকৈ নিজৰ তিৰোতাৰ কাণৰ কেৰু-মণি জোৰকৈ খুলি আনিছে। সি হয়তো, সন্তীয়াকৈ তাৰ মাটি-বাৰী বন্ধক দি আজি সৰ্ব্বস্বান্ত !

"আপোনালোকৰ দৰিদ্ৰতা গুচাবলৈ হলে সমবায় সমাজ গঢ়ি তোলক। প্ৰত্যেক স্থ-সভ্য আৰু সবল জাতিয়ে এই সমবায় আন্দোলনেৰে নিজৰ নিজৰ জাতি তৈয়াৰ কৰি তুলিছে, অৰ্থনৈতিক সমস্যা সমাধান কৰিছে।"

কুটীৰ শিল্প, শিক্ষা, খাদ্য সমস্যাৰ বিষয়ে চমুকৈ আভাষ দি শেহত কলে—"আজি প্ৰত্যেকৰে অলপ অলপ মাটি-বাৰী আছে, কিন্তু সেই মাটি এনেয়ে অনাবাদী হৈ পৰি আছে। প্ৰায়ে কোনেও ডুই এজোপা শাক-পাচলীও নোৰোৱে। যদি নিজৰ মাটিতে কিছু কিছু খেতি কৰে তেতিয়াহলে আজি খাদ্য সমস্যা কিমান খিনি সহজ হয়। নিয়ম পালন কৰি যদি প্ৰত্যেকে একোজনী খিৰতী গাই ৰাখে, তেওঁৰ কিমানখিনি ভাল হয় তাক আমি বুজিও একো কৰিব নোৱাৰোঁ। দেশখন গঢ়িবলৈ হলে নিজৰ ঘৰখন গঢ়িব লাগিব। সদায়ে আনৰ পৰামুখী হৈ থাকিলে কাৰো একোৱেই নহয়। বেছিকৈ কথা কৈ কাৰো লাভ নহয়। মোৰ মতেৰে এই যুগ কৰ্ম্মৰ যুগ।

মই এখনি আঁচনি কৰিছো, সেই আঁচনি মই সময়মতে প্ৰকাশ কৰিম। তাক যেন সকলো ৰাইজে আৰু চৰকাৰেও সহায় কৰে, এয়ে গোহাৰি—" বুলি তেওঁ বহিল। মিটিঙত লাগতিয়াল অলাগতিয়াল বহুত কথা হোৱাৰ পাচত ৰাইজৰ পৰা এজন উঠি চিঞৰি চিঞৰি কবলৈ ধৰিলে—

"সভাপতি ডাঙৰীয়া, মোৰ এটি জৰুৰী বিষয় আছে।"

সভাপতি—কওক।

এজন—আমাৰ ইয়াৰ কিশোৰীলাল নন্দলালক নগৰৰ একেবাৰেই মাজভাগতে এটা 'ৰাইচ মিল' বহুৱাবলৈ চেয়াৰমেন চাহাবে পাৰমিত দিছে। ওচৰ চুবুৰীয়া সকলো ৰাইজে অসম্মতি জনোৱাতো উক্ত ফাৰ্ম্মে সেই ৰাইচ মিলটো সজাবলৈ ইটা, চুন-চুৰ্‌কী পেলাইছে আৰু বোলে তেওঁলোকে সেইটো কৰিবই, কিয়নো তেওঁলোকৰ বোলে নহলে বহুত টকা লোকচান হব।" অধীৰ সমজুৱাই কথাটোনো কি বুলি জানিবলৈ আকৌ ব্যস্ত হয়। চেয়াৰমেন চাহাবৰ মুখৰ ৰং কেইবাবাৰো সলনি হয়।

সভাপতি—বাৰু ইয়াৰ মীমাংসা বৰ্ত্তমানে মই শ্ৰীযুত ৰবীন বৰুৱাৰ হাততে সমৰ্পণ কৰিলোঁ। তেখেতে তদন্ত কৰি এটা সুবিবেচনা কৰিব। এই সভাত চেয়াৰমেন চাহাবো উপস্থিত আছে। তেখেতৰ কিবা কবলগীয়া থাকিলে কব পাৰে।

চেয়াৰমেন—( গল খেকাৰি মাৰি ডাৰিত হাত দি ) মোৰ

কবলগীয়া বিশেষ একো নাই, বিশেষকৈ এনেকুৱা পাব্লিক মিটিঙত মিউনিচিপেলিটিৰ ভিতৰুৱা কথা আলোচনা কৰা ন্যায়-সঙ্গত নহয়।

সমজুৱাৰ ভিতৰত ফুচফুচাই ইজনে সিজনে কয়— "মিউনিচিপেলিটিৰ ভিতৰুৱা কথা। আও আচল কথাটোৰ গুৰি তা-না-না হে, আমাৰ আকৌ স্বৰাজ!! নগৰখন চলাব নোৱাৰে, স্বৰাজ চলায়—বাৰু।" জনতাৰ অইনফালে এটা গণ্ডগোল হয়, সকলোৱে সেইফালে নির্নিমেষে চায়। গণ্ডগোলৰ মাজৰ পৰা কিছুমান মাত ওলায়। "মিউ-নিচিপেলিটিৰ কি ভিতৰুৱা কথা থাকিব পাৰে?" গণ্ডগোল ক্রমান্বয়ে বাঢ়ি যাব খোজে। সভাপতি ঠিয় হৈ—"আজি মিটিং ইমানতে শেষ হল" বুলি কোৱাত গণ্ডগোলৰ ভাব শাম কাটে আৰু সমজুৱা সকল দিহাদিহি যায়গৈ একোটা ভাব লৈ—"মিটিঙত নো কি হল?"

---

—ষষ্ঠ—

পুহমহীয়া জাৰকালি সন্ধ্যা। এইবাৰ জাৰটো যেন অলপ বেছি। সন্ধিয়া পৰতে মানুহ-দুনুহৰ সমাগম কমি আহিছে। এটা ওখৰা মোখৰা ৰাস্তা, খোজ কাঢ়িলে সৰু-বৰ শিলগুটি দুই এটা উফৰি যায়। তেনে ৰাস্তা এটাইদি নলীনে কিবা কিবি ভাবি গৈ আছে, হঠাৎ পিছফালৰ পৰা এখন মটৰ গাড়ী আহি তেওঁৰ ওচৰতে ৰ'লহি। আৰোহীজনে প্ৰথমতে মাত দিওঁতে তেওঁনো কোন ধৰিবই নোৱাৰিলে। গাড়ীখনৰ ভিতৰত ভুমুকি মাৰি নলীনে মাত দিলে, "অ প্ৰবীন, কিহে ভায়া!"

প্ৰবীনে গাড়ীৰ দৰজা খুলি মাত দিলে—"আহা—বহা।" নলীনে গাড়ীৰ ভিতৰত সোমাই আসন গ্ৰহণ কৰিলে আৰু ক'লে "মোক নো এই জাৰকালি কলৈ নিয়া?" প্ৰবীনে গাড়ী চলাই দিলে। "আহা আমাৰ ক্লাবলৈ লৈ যাওঁ।" "মোৰ ক্লাবলৈ যোৱা অভ্যাস নাই; বিশেষকৈ বেছি মানুহৰ সঙ্গটো লাহে লাহে ভাল নোপোৱা হৈ আহিছোঁ।" "কিয়, দৰ্শনে মূৰত ধৰিলেনেকি? মানুহৰ সঙ্গ বেয়া পোৱাটো হলে শুভলক্ষণ নহয়—(হাঁহে) বাৰু আজি আহা।" এইদৰে কথা-বতৰা পাতি তেওঁলোক ক্লাব পালেগৈ। এটা মজলীয়া তৰফৰ ক্লাব—ক্লাব বুলিলে সৰ্ব্বসাধাৰণে যি বুজে তেনেকুৱাই।

তাচখেলৰ বাহিৰে অন্য খেলৰ সুবিধা নাই। নগৰৰ কিছু ধনী ব্যৱসায়ী ডেকাই গোট খাই চান্দা তুলি এই ক্লাবটো কৰিছে। নগৰৰ কিছু চাহ খেতিয়কো এই ক্লাবটোৰ বিশিষ্ট সভ্য। মাজে মাজে আহি ফ্লাচ খেলি অলপ পইচাৰ শবাধ কৰে। কোনো কোনোৱে প্ৰাইভেট ৰুমত বহি হুইস্কি ব্ৰাণ্ডিও খায়। ক্লাবটো সজীৱ কৰি তুলিবলৈ যিখিনি কথাৰ প্ৰয়োজন তাৰ কল্পনা আৰু পইচা খৰচ কৰিবলৈ প্ৰায়-খিনিয়েই নাৰাজ।

সন্ধ্যা লগাৰ লগে লগেই প্ৰায় সমূহ সভ্যই ক্লাবত উপস্থিত হৈ টেবুলে টেবুলে বহি নিজৰ জেপৰ পইচা উলিয়াই খেলাত মনযোগ দিছেহি। প্ৰাইভেট ৰুমত বহি আমোদ-প্ৰিয় কিছুমানে গ্লাচ লৈ ধীৰে-ধীৰে কথা পাতি মদ খায়। তেওঁলোকৰ কথাৰ বিষয়বস্তু ডাঙৰ কাৰবাৰৰ পৰা আৰম্ভ কৰি নগৰৰ ৰাজনীতিলৈকে।

আৰু এদল ধনী ব্যৱসায়ী আছে। এওঁলোকে বাপতি সাহোন সম্পত্তিটোকে আঁকোৱালি ধৰি থকা ভদ্ৰলোক। সম্পত্তি কিছুৱে ৰাখে, কিছুৱে উৰায়। শিক্ষা নাই বুলিলেও হয়। মুখত এওঁলোকৰ অসমীয়া নৃত্যগীত, সাহিত্যৰ কথা। বেছ কালচাৰ থকা যেন দেখুৱাই ভাল পায়। কেতিয়াবা কৰবাত বিচিত্ৰানুষ্ঠান হলে দামী কোট পেণ্ট জপাৰপৰা উলিয়াই পিন্ধি কোনো বিশিষ্ট দৰ্শক আহিলে অভ্যৰ্থনা জনাইছি।

ইন্‌কম্‌টেক্স নিম্পেষিত, মিলিটেৰী যুগত কিছু পইচাৰ চৰ্দ্দাৰী কৰা দুজনমান ডেকা ঠিকাদাৰো এই ক্লাবৰ সভ্য। সৰ্ব্বগুণ বিভূষিত বহুত ধৰণৰ সভ্যৰে এই ক্লাব। অসমৰ জাতীয় ডেকাশক্তিৰ অপচয়ৰ ক্লাবটি এটি নমুনা মাত্ৰ।

প্ৰবীনে নলীনক লৈ আমোদ কক্ষলৈ সোমাল। তেওঁক ওচৰতে বহিবলৈ দি কলে, "তুমি বহা, বৰ জাৰ, গৰম কৰা যাওক। তোমাক লাগিবনেকি?" "মোৰ নিচা সদায়ে লাগি আছে, তোমাৰ প্ৰয়োজন তুমি ধৰা।" এইদৰে বহি কেবাজনেও কেইবা বটলো মদ উৰালে। কথাবোৰ আতি-গুৰি নোহোৱা, নানা ধৰণৰ, শুনি আমোদ লগা। নলীনে কিবা এখন কাগজ লৈ ব্যস্ত হৈ পৰি আছে, এইবোৰ কথাত বৰ মন নাই। শেহত বুজিলে যে প্ৰবীন বেগতে এই আড্ডাৰ পৰা নুঠে। নলীনে কলে, "প্ৰবীন মই যাওঁ অলপ কাম আছে।"

"আৰে কি কোৱা, তোমাক যাবলৈ দিব নোৱাৰোঁ। তোমাক অনাৰ উদ্দেশ্য মই এওঁলোকক কোৱাই নাই। ফুকন, বৰুৱা, আমাৰ নলীনে এটা ডাঙৰ প্ৰজেক্ট লৈছে; অসমৰ জাতীয় মঞ্চ, য'ত অসমৰ, কি হে নলীন, পৰ্ব্বত ভৈয়ামৰ এটা সৃষ্টি নে কৃষ্টি কেন্দ্ৰ সৃষ্টি হব।" সকলোৱে হাঁহে। নলীনে এই কথাত বিৰক্তি বোধ কৰি কয়, "প্ৰবীন মই যাওঁ।" "ৰ'বা, এই কৃষ্টি কেন্দ্ৰৰ কাৰণে লাগে অলেখ টকা। এওঁ আৰম্ভ কৰিব পাৰিলে চৰকাৰেও কিছু টকা

দিব।" প্ৰবীনে ভাব-প্ৰবণতা আৰু নিচাৰ জালত বহুত কথা কৈ পেলায়। প্ৰবীনে আকৌ কবলৈ ধৰিলে, "এই প্লেন, প্ৰজেক্ট, বৰ মহৎ। অসমত যেনেকৈ এখনি ডাঙৰ জ প্ৰয়োজন, সেইদৰে এই জাতীয় ৰঙ্গমঞ্চৰো প্ৰয়োজন। অসমীয়াৰ নৃত্যকলা, সঙ্গীত, সাহিত্য উদ্ধাৰ কৰিব পাৰিব, নিষ্প্ৰাণ অসমীয়া জাতি আকৌ জী উঠিব ; শঙ্কৰদেৱে তৃপ্তি লাভ কৰিব।"

বৰুৱা—( হঠাৎ গিলাচটো লৈ ঠিয় হয় ) আঃ মদৰ গিলাচটো লৈ শঙ্কৰদেৱৰ নাম উচ্চাৰণ কৰিব নাপায়। ( এওঁৰ কথা কোৱাৰ ভঙ্গীত মদৰ নিচাৰ ভাব ভালকৈ ওলায় ) অৱশ্যে এই প্লেনটোৰ বিষয়ে ভাবিব লগীয়া বহুত কথা আছে। ভাল। কিন্তু অসমীয়া মানুহে কাৰবাৰ কৰিব নাজানে। ( এওঁ প্ৰজেক্টটো নো কি তাক ভালকৈ বুজাই নাই।)

ফুকন—( সেই ভাবেৰে ) I congratulate Nolin, ই এটা bold adventure, I mean অৰ্থাৎ মই বুজো অসমীয়াৰ কৃষ্টি ই ৰক্ষা কৰিব। Come on, let us drink for this project." কেবাজনেও কেবাৰকমে কথা কয়। কথাবোৰ আঁত নোহোৱা, আউল লগা, কেৱল গণ্ডগোল।

ফুকনে নিজেই চাৰি গিলাচ মদ ঢালি সকলোৰে ওচৰত দি আকৌ কয়—"Drink for the health, I mean for the project" এটাই কিজনে গিলাচ থেকা খুৱাই ওপৰলৈ

তুলি এসোহা এসোহা মাৰে। নলীনৰ বিৰক্তিৰ শেহ সীমা পাই কয়, "প্ৰবীন মই যাওঁ।" প্ৰবীনে কয়—"চোৱা নলীন, সকলোৱে তোমাৰ উদ্দেশ্য সমৰ্থন কৰিছে। এতিয়া বৰুৱা, কওক, কিমান টকা দিব দেশৰ কাৰণে।'

বৰুৱা—( নিচাত ) সকলো দিম। মোৰ সম্পত্তি, বাগিচাৰ নামত থকা বেঙ্কৰ অ'ভাৰড্ৰাফ্‌ট সকলো, সৰ্ব্বস্ব, উইল কৰিম for country's cause; to make my country shine in the world. ( সৰুকৈ এটা কাহ মাৰি বহি পৰে। )

এটাই কিজনে তেওঁৰ দেশপ্ৰেমৰ নমুনা দেখি সঁচাকৈ হাত চাপৰি মাৰি—Here's a real patriot বুলি তেওঁৰ হাত ধৰি জোকাৰে। এইখন টেবুলত ইমান গণ্ডগোল হোৱা দেখি ওচৰে পাজৰে থকা কোঠালি কিটাৰ পৰা, সকলো উঠি কথাটোনো কি বুলি জানিবলৈ জুম বান্ধেহি।

নলীনৰ ধৈৰ্য্য হেৰাল, আৰু ৰব নোৱাৰিলে। তেওঁ খঙত অনৰ্গল কব ধৰিলে—"তোমালোকে কৃষ্টি, সভ্যতাৰ যথেষ্ট পৰিচয় দিছা আৰু নালাগে। এয়ে তোমালোকৰ শিক্ষা, তোমালোকে অসমীয়া জাতীয়তা ৰক্ষা কৰিব নোৱাৰিবা। তোমালোকৰ ধনৰ গৌৰৱ মাটিৰ লগত মিহলি হৈ যাব। শিল্প, সাহিত্যৰ বৰ ডাঙৰ ডাঙৰ কথা কোৱাটো সভ্যতা নুবুজাই। এইবিলাক তোমালোকৰ ভদ্ৰতাৰ ভণ্ডামি।

"আৰু অসমীয়া জাতীয়ত্ব, কৃষ্টি, সংস্কৃতি যদি ৰাখিব

পাৰে তেনে পাৰিব—নিৰক্ষৰ, অন্ধ, দৰিদ্ৰ, গাৱঁলীয়া সমাজে, প্ৰাচীন প্ৰথা আকোৰ-গজালিকৈ ধৰি থকা হলেও আউনী-আটী, দক্ষিণপাট সত্ৰসমূহে। সেই সংস্কাৰ কৰা সংস্কৃতি ভাৰতৰ চহৰে চহৰে যেতিয়া প্ৰচাৰ হব, তেতিয়া বুজিবা তোমালোকৰ শক্তি কোন খিনিত। তোমালোকৰ ই এটা মাদকতা। তোমালোকৰ সভ্যতা—মুখাপিক্ষা সভ্যতা।

"পাহাৰে-পৰ্ব্বতে, গুহাই-গুহাই, গাৱেঁ-ভূঞে, নামঘৰে নামঘৰে অসমৰ মৃতপ্ৰায় অৱস্থাতে সেই কৃষ্টি সোমাই আছে, তোমালোকৰ মদৰ গিলাচ, কলিকতাৰ পচা গলিত চাহাবী অনুকৰণত নহয়। ই স্কটলেণ্ডৰ হুইস্কিৰ বটলটো সোমাই থকা নাই।" এইখিনি কথা কৈ উচাৎমাৰি তেওঁ দুৱাৰৰ ওচৰত বৈ থকা মানুহকিজন ঠেলি ওলাই গুছি গ'ল। প্ৰবীনে একো তৰ্কিবই নোৱাৰিলে। নলীনে ওলাই যোৱাৰ পাছতহে সংজ্ঞা হ'ল যে, তেওঁ ওলাই গ'ল আৰু কিবা এটা ভাল কৰিবলৈ যাওঁতে হঠাৎ বেয়া হল গৈ বুলি ভাবি প্ৰবীনেও নলীনৰ পিছ ললে। যাওঁতে কেৱল কৈ গ'ল "নলীনটোক চম্ভলা বৰ টান কাম।" বকৱাই এইবোৰ কথালৈ কাণ নকৰি এটি ইংৰাজী ধৰণৰ গীত ধৰি গাই গল—ট্ৰা-লা-লা-লা—কাৰণ ইংলিচ সুৰৰ প্ৰতি এখেতৰ এটি ভাল প্ৰণয় ভাব আছে। গান ধৰাৰ লগে লগে সকলোৱে গিৰ্জ্জনি মাৰি হাঁহি দিলে।

## —সপ্তম—

ৰবীনৰ সাধাৰণ এটি ঘৰ। শোৱা কোঠা। তাতে আলমাৰি ভৰা কিতাপ, টেবুল আদিত কাগজ-পত্ৰ আদি। চকীত বহি মনোযোগেৰে তেওঁ এখন আঁচনি পঢ়ে। অলপ পঢ়ি কিছুপৰ চিন্তা কৰে। তেওঁৰ চাকৰৰ লৰাটিয়ে যে কেতিয়াবাই একাপ চাহ দিছিল সিও ঠাণ্ডা হৈ গ'ল। খাবলৈ পাহৰিলেই, চুৰটটোৰ আগত বহুত ছাই হোৱাত হাতেৰে থোকৰ মাৰি নকৈ আকৌ জ্বলাই লয়—আকৌ কাগজ পঢ়ে। মাজে মাজে দুই এটা কথাও গম্ভীৰ চিন্তাৰ মাজত ওলাই পৰে—"কি জানি নোৱাৰিম, টকা, ইমান টকা, ক'ত পাম"—চুৰটৰ ধোঁৱাবোৰ চাই চাই কয়—"কল্পনা-বোৰ চুৰটৰ ধোঁৱাৰ দৰেই।" কাগজ খন পঢ়া এৰি, তেওঁ টেবুলত কিলাকুটিটো থৈ থুতৰিত হাত লগায়, নিশ্চল ভাবে কেৱল ভাবিবলৈহে লাগিল। এনেতে এখন মটৰ গাড়ী আহি ৰোৱা যেন গম পালে। নন্দলাল কিশোৰী বাবুৱে বাহিৰত মাত দি ঘৰলৈ সোমায়ে আহিল। "এইয়া ৰবীন বাবু—ৰাম ৰাম।" ৰবীনে কলে—"আহক নন্দলালবাবু।" এই কিশোৰীলাল নন্দলাল নগৰৰে এজন প্ৰতিপত্তি থকা ডাঙৰ মাৰোৱাৰী ব্যৱসায়ী, অগাধ টকা, বহুত দোকান—আৰু বহুত মানুহ, বিশেষকৈ অসমীয়া উকীল, হাকিম,

কংগ্ৰেছৰ বহুত নেতাও এওঁৰ বিশেষ বন্ধু। মানুহজন ধুনীয়া—শিক্ষিত। এওঁৰ অসমতে জন্ম। ইয়াতেই থাকি তেওঁ অসমকে জন্মভূমি বুলি ভাবি লৈছে; আন মাৰোৱাৰীৰ দৰে নহয়। কিন্তু তেওঁৰ লগত সংমিশ্ৰণ থকা ব্যৱসায়ী বুদ্ধিত যথেষ্ট তীক্ষ্ণ, ব্যৱসায় হাত এৰি নিদিয়ে। অসমীয়া ভালকৈ জানে, কিয়নো সৰুৰে পৰা এওঁক মাক বাপেকে অসমীয়া পঢ়ুৱাইছিল। মানুহজন ৰবীনতকৈ ২।১ বছৰৰ ডাঙৰ।

নন্দলালে চকী এখন টান মাৰি আনি আসন ললে আৰু কবলৈ ধৰিলে, "আপোনাক লগ পোৱা কিমান মস্কিলৰ কথা ৰবীন বাবু, আপোনাৰ মোৰ লগত কথা পতাত সময় নষ্ট নহয়টো!"

ৰবীন—নহয় নহয়, আপোনাক লগ পোৱাৰ মোৰো বিশেষ দৰ্কাৰ আছিল। আপুনি নিজেই অহাত ভালেই হ'ল। আপুনি বোলে ৰাইজে আপত্তি কৰা সত্ত্বেও সেই-খিনিতে ৰাইচ মিল বহুৱাবলৈ মনস্থই কৰিছে।" কথা কোৱাৰ লগে লগে তেওঁৰ মনটো জানিবলৈ চকুত তীক্ষ্ণ দৃষ্টি দিয়ে। নন্দলালে কথাটো ঘূৰাই পকাই নিবলৈ ইচ্ছা কৰি কয়, "ৰবীন বাবু ৰাইজে আপত্তি কৰিলে, মইনো 'ৰাইচ মিল্ল' বহুৱাওঁ কেনেকৈ? সিফালে মোৰো ভালেমান টকা লোকচান হব। চাওক, মাটি ডোখৰ পোটোতে মোৰ কিমান টকা লাগিল। তাত কিমান মাল পেলালো, সেইবিলাক উঠওৱা-

মেলাত লৰী ভাৰা সৈতে মোৰ আৰু বহুত টকা লাগিব। আপুনিয়ে ইয়াৰ সৰ্ব্বেসৰ্ব্বা। আপুনি ৰাইজক যেনেকৈ বুজাই তেওঁলোকে সেইদৰেই লব। কেৱল আপুনি—।"

ৰবীনে মনৰ ভাৱ বুজিবলৈ নিদি কেৱল মূৰ দুপিয়াই মাজে মাজে ও, ও কৰি যায়।

"আপুনিয়ে দিহা কৰিব পাৰে। মই মাটি ডোখৰ ঠিক কৰাত, তাৰ মূল্য এতিয়া তিনি লাখ টকা হৈছে।"

ৰবীনে কথা ধৰি সোধে, "চেয়াৰমেন চাহাবে আপোনাক মিউনিচিপেলেটিৰ মাটি প্ৰায় বিনামূল্যই দিছে। এটা সাধাৰণ প্ৰিমিয়াম, নহয় জানো ?"

নন্দলালে সেপ ঢুকি কয়, "তেনেকুৱাই, পিছে মই অজস্ৰ টকা ভাঙিলো, ৰবীন বাবু। চেয়াৰমেন চাহাবে আপোনাক মোক লগ ধৰিবলৈ কৈছে যে বঢ়ীয়া মানুহ, আনৰ অপকাৰ নকৰে।" এনেতে তেওঁ জেপত হাত ভৰাই প্ৰায় কেবা বাণ্ডিল নোট উলিয়াই সোঁ হাতৰপৰা বাওঁহাতত লয়। টকা প্ৰায় ১০,০০০ মান হব। বৰ গম্ভীৰ আৰু তোষামোদকাৰীৰ দৰে, তেওঁ ধীৰে ধীৰে টকাখিনি ৰবীনৰ সম্মুখত থৈ কয়—"আপুনি ডেকা মানুহ, অসমৰ ভবিষ্যত আপোনাসকলৰ হাততেই— এইখিনি আপোনাৰ কামত আহিব, ৰাখক।"

ৰবীনে প্ৰশ্ন কৰে—ইয়াত কিমান টকা ?

নন্দলালে—( উৎসাহেৰে ) দহ হেজাৰ।

ৰবীন—ওঁ, মই কি কৰিব লাগে ?

নন্দলালে আৰু উৎসাহেৰে কয়, "আপুনি মনে মনে থাকিলেই হয়। চেয়াৰমেনে বৰঞ্চ মোক সহায় হে কৰিছে। আৰু দুই তিনি হেজাৰ টকা আনক দিলেই কোনেও আৰু একোকে গণ্ডগোল নকৰে।" ৰবীনে পোন হৈ বহি কয়— "পৰিষ্কাৰ ভাবে কওক—আপুনি মোক কিনিব খোজা।"

নন্দলাল—আঃ কি কথা কৈছে! আপোনাক কিনিম? তেনে কথা মোৰ জনমত হব নোৱাৰে। মই কৈছো যে আপুনি মোক সহায় কৰক।

ৰবীন—মানে টকা লৈ। নন্দলাল বাবু! আপনালোকে ভাবে টকা দিলেই সকলো কাম হয়। কোনোবা এটি ঠন ধৰি উঠা অসমীয়া মূৰ দেখিলেই আপোনালোকে তাক তৎক্ষণাত কিনি পেলায়। কাৰোবাক ৫০০৲ কাৰোবাক হেজাৰ, আৰু বেছি কাৰোবাক এখন নতুন মটৰ গাড়ী।

নন্দলাল—আঃ, নহয় নহয় আপুনি, ভুল বুজিছে। স্বাধীন ভাৰত, সকলোৱে মিলিজুলি কাম কৰিব লাগে—মই বঙালী, মই অসমীয়া, মই মাৰোৱাৰী, এনে ভাৱত মই আপোনাক টকা ঘুচ দিয়া নাই। মই দিয়া মানে ভাবো, ভায়ে ভাইক দিছে, পৰস্পাৰে সহায় কৰিছে।

ৰবীন—তেনে সহায় মোক নালাগে, নন্দলাল! তুমি ভুল কৰিছা, তুমি বোধ কৰো বহুত মূৰ কিনিছা—আমি যাক সন্মান কৰোঁ, ভক্তি কৰোঁ, দেশৰ নেতা বুলি ভাবোঁ, তেনে বহুতকে কিনিছা। মই দুখীয়া হলেও, নিচলা হলেও, মোক

তুমি টকাৰে কিনিব নোৱাৰিবা। (বিৰক্তি আৰু ঘৃণাত নন্দলালক ৰবীনে "আপুনি" সম্বোধন এৰি তুমিকে ব্যৱহাৰ কৰিলে।) তোমাৰ টকা লৈ যোৱা। দহ হেজাৰ টকা—এটা ডাঙৰ প্ৰলোভন—এই প্ৰলোভনত পেলাই এটা ক্ষমতাশালী মূৰ কিনাগৈ।

নন্দলালে নিজৰ অৱস্থা আৰু ৰবীনৰ ভাব দেখি, কি কৰিব কি নকৰিব এনেভাবে টকাখিনি লৈ আকৌ জেপত ভৰাই থয়। দুয়ো কিছুপৰ নিমাতে থাকে। নন্দলালে বহুত পৰ ৰবীনলৈ চাই থাকি কয়—"ধন্যবাদ।" ৰবীনেও আগৰ সুৰ কোমলাই কয়—"নন্দলাল বাবু, আপোনালোক হয়তো বেয়া মানুহ নহয়, কিন্তু আপোনালোকৰ অভ্যাসবোৰ বেয়া। যি এই অভ্যাসবোৰ গ্ৰহণ কৰে, সি দেশদ্ৰোহী, হীন, নীচ। আপুনি যাওক—"

নন্দলাল—আপুনি সহায় নকৰিলে যেতিয়া মোৰ বহুত টকাই লোকচান হব। বাৰু যাওঁ, ৰবীন বাবু। কিন্তু মই আপোনাক আন্তৰিক ধন্যবাদ জনাইছোঁ।

ৰবীন—ধন্যবাদ জনাব লগীয়া একোৱেই নাই, আপোনাক মই একোৱেই সহায় কৰিব নোৱাৰিলোঁ।

নন্দলাল—ৰবীন বাবু, মই এটা কথা কওঁ যিটো মই নিজে জানো আৰু দেখিছোঁ। গোটেই ভাৰততে বম্বেৰ পৰা আসামলৈকে আজি মূৰ কিনাৰ প্ৰতিযোগিতা চলিছে। তাৰ ভিতৰতে জালত নপৰা দুই এজন পুৰুষ দেখিলে সঁচাকৈয়ে

আনন্দ হয়—এটা ডাঙৰ আশা হয়। টকাৰ লগত জুৱা খেলাটো আমাৰ এটা নিচা, ই অৱশ্যে বেয়া। যাওক, আজি এটি অসমীয়া ডেকাই ১০ হেজাৰ টকা নলৈ মুৰ ঠিয় কৰি কলে—"মোক কিনিব নোৱাৰে।" তাৰ কাৰণে ধন্যবাদ, বহুত ধন্যবাদ। ৰবীন বাবু, মই যদিও মাৰোৱাৰী, মোৰ ইয়াতেই জন্ম—ইয়াতেই পিতা-মাতাৰ সমাধিস্থান—ইয়াতেই মই ডাঙৰ দীঘল হৈছোঁ। আহাৰ, পানী, বায়ু সকলো ইয়াৰেই—আপোনাৰ শৰীৰৰ তেজ এই উপাদানৰেই গঠিত —আৰু মোৰো। মোৰ গাটো অসমীয়াৰ তেজ, সেই তেজ-মঙ্গহেৰে গঠিত আৰু এটি অসমীয়াই এনে নিৰ্ভিক ভাবে আচৰণ কৰাৰ কাৰণে আজি সঁচাকৈয়ে মই বৰ গৌৰৱ অনুভব কৰিছোঁ। বাৰু মই যাওঁ"—বুলি কিশোৰীলাল নন্দলাল ধীৰে ধীৰে ওলাই যাবলৈ ধৰোঁতেই ৰবীনে আকৌ মাত দিলে। নন্দলালৰ শেহৰ কথাখিনিয়ে নন্দলালৰ ওপৰত হোৱা বেয়া ভাবটো ৰবীনৰ লাহে লাহে যেন আঁতৰি গ'ল। নন্দলাল আকৌ সোমাই আহিল। "কিয় মাতিছে, ৰবীন বাবু?"

ৰবীন—( ভাবি ভাবি ) আপোনাৰ বহুত টকা লোকচান হব, নহয়—যদি ৰাইচ মিলটো তাত পাতিব নোৱাৰে ?

কিশোৰীলাল—এই কাৰবাৰত বহুত লোকচান হলেও বহুত লাভ হৈছে।

ৰবীন—কেনেকৈ ?

কিশোৰীলাল—এডোখৰ হীৰা পাইছোঁ।

ৰবীন—মানে—

কিশোৰীলাল—আপুনি।

ৰবীন—ঠাট্টা এৰক। আপুনি লোকচান ভৰিব নালাগে। যদি মোৰ কথা শুনে, তেতিয়া আপোনাৰ নিজৰো বহুত লাভ হব, আৰু আমাৰ দুখীয়া অসমীয়া ৰাইজৰ বহুত উপকাৰ হব।

কিশোৰীলাল—মই খুব আগ্ৰহেৰে তেনে কাম কৰিম।

ৰবীন—ইয়াৰ পৰা ৩০ মাইল দূৰৈত আমগুৰি বাগানৰ ওচৰত আবাদী মাটি ভালেমান আছে, সেই মাটি উন্নয়ন কৰি যদি সৰিয়হ, তিল, কুহিয়াৰ, ধানৰ খেতি কৰাই লগতে তেল আৰু ধানৰ কল বহুৱাই, তেনে তাৰ পৰা যথেষ্ট লাভ হব। সৰুকৈ চেনিৰ কল এটি বহুৱালেও যথেষ্ট আয় হব। ৰাইজৰো বহুত মাটি একেলগে লৈ যদি ট্ৰেকটৰে খেতি কৰোৱা হয় তেনে তাৰ সুফল চাব। তাৰ ওচৰ-চুবুৰীয়া ৰাইজক বুজাই মেলি যদি আপুনি কামটো হাতত লয়, তেনে ৰাইজৰ আৰু আপোনাৰ লাভ হব, দেশৰ ডাঙৰ কাম হব।

কিশোৰীলাল—ভাবি চাওঁ, শুনাত অতি ভাল আৰু আপোনাৰ নিচিনা মানুহ যদি পাওঁ নিশ্চয় কাৰবাৰটো কৰিম—আপুনি নিশ্চয়কৈ কিবা এটা দিহা কৰক।

ৰবীন—বাৰু আপুনি এতিয়া যাওক। দুই এদিনতে আকৌ লগ ধৰিব।



## —অষ্টম—

ৰাতিপুৱা প্ৰায় ৯টা বাজিল। নলীন শুই উঠাই নাই, মন গা যেন ভাল লগা নাই। কিবাকিবি ভাববোৰ ভাবি তন্দ্ৰাচ্ছন্ন হৈ এনেয়ে বিছনাত অলস ভাবে পৰি আছে। বহিৰ্জগতৰ লগত যেন সমন্ধই নাই। ভাবতে বিভোৰ। মীৰা আজি অলপ আগতে আহিল, তেওঁৰ লগৰী কিজনী তেতিয়াও আহি পোৱাহি নাই। নলীন ঘৰত নাই বুলিয়েই তেওঁ অৰ্গেনটো খুলি লৈ এটি সুৰ বজাবলৈ ধৰিলে। সুৰটো বজায় নিজেই তন্ময় হৈ গ'ল—স্পন্দন আৰু আবেগত তেওঁ গাবলৈ ধৰিলে—"তেজৰে কমলাপতি পৰভাত নিন্দ।" বৈঠকখানাৰ পৰা ইমান সুমধুৰ গীতটো শোৱা কোঠালিৰ পৰা আৰু শুৱলা শুনি নলীনে লাহেকৈ চকুজুৰি মেলি কেৱল এবাৰ চালে। নিজৰ মনত ভাব হল যেন ৰূপ-জ্যোতিৰে পৰিপূৰ্ণ মিছিকিয়া হাঁহি মাৰি দুষ্ট কৃষ্ণই বাঁহীটি লৈ বিশ্বসুৰ এটি বজাবলৈ ধৰিলে, সকলোকে আহ্বান কৰিলে তেওঁৰ লগত যোগ দিবলৈ। অপৰূপ নৃত্য-ভঙ্গিমাৰে বিশ্বৰ তালে তালে যমুনাৰ পাৰত, গীতৰ লহৰে লহৰে যেন নাচি নাচি শূন্যত আকৌ বিলীন হল। গীত শেষ হলত এটি অৱসাদৰ হুমুনিয়া পেলাই নলীনে বাগৰ সলাই মাত দিলে—"মীৰা।" মীৰাই চমক খাই উঠি—"ককাইদেউ, আপুনি উঠাই নাইনেকি?"

বুলি ভিতৰ সোমাই আহিল। নলীনে মীৰাক কোৱাৰ লগে লগে উঠি বহিল "তুমি অলপ বহা—মই মুখ ধুই লওঁ" বুলি ডেৰাজ খুলি টুথপেষ্টটো আৰু ব্ৰাস্‌টো লৈ বাহিৰ ওলাল। অলপ সময়ৰ পাছত তাৱেল খনেৰে হাত মুখ মছি মছি ফণীখন লৈ মূৰটো আচুৰি কলে—"তুমি মীৰা, সঁচাকৈয়ে মীৰাই, তোমাৰ নামটো অথলে থোৱা নাই—তোমাৰ সঙ্গীতত জীৱনৰ সখা কৃষ্ণই কি সুৰে মোহন বেণু বজায়। ( বাস্তৱৰ ভঙ্গীৰে ) কৃষ্ণ সঁচাকৈয়ে সাৰ পাই উঠে।"

মীৰা—যাওক আপুনি বৰ ঠাট্টা কৰিব পাৰে। সেইবোৰ এতিয়া এৰক—এতিয়া কালিৰ নাচখিনি শিকাই দিয়ক।

নলীন—কিছু দিনৰ পৰা লক্ষ্য কৰিছোঁ তোমাৰ নাচ শিকিবলৈ হেঁপাহটো হঠাৎ বৰ বেছি হৈ গৈছে। হঠাৎ আৰু বৰ বেছি—দুয়োটাই বেয়া—বা ইয়াৰ কাৰণেই বা কি ?

মীৰা—হঠাৎ এদিন ভাবি পালোঁ—যে অলপ লিখা-পঢ়া কৰিব জনা কোনো অসমীয়া ছোৱালীয়ে নৃত্য শিকিবলৈ আগ্ৰহ নকৰে, অলপ হেয়ৰ চকুৰেহে চায়। সেই কাৰণে এওঁলোকৰ এই ভাবটো গুচাবলৈ মই যত্ন কৰিম—আৰু ময়ে প্ৰথম অসমীয়া ছোৱালী হ'ম—দেশে-বিদেশে ঘূৰিম আৰু পাৰিলে এই অসমীয়া নৃত্যখিনি বিলাত, আমেৰিকাটো দেখুৱাম। সেই কাৰণে নলীন ককাইদেউ হঠাৎ অলপ বেছি হৈছে। নাচ শিকিব নোৱাৰিম নেকি ?

নলীন—সাধনা হলে নোহোৱাৰ প্ৰশ্নই নুঠে। নৃত্য ইমান

ডাঙৰ বস্তু যে হেয়ৰ কথা নুঠে; তাক আৰাধনা আৰু ১২ বছৰ অশেষ সাধনা কৰিলেহে শৰীৰটোহে কেৱল নৃত্যৰ ছন্দেৰে গঠিত হয়; আৰু ঋষি মুনিসকলে কি কৈ গৈছে জানা "দেবম ভূত্বা দেবম ভূতম্" দেৱতা সাজি দেৱতা হোৱা— ইয়াতকৈ ডাঙৰ বস্তু কি থাকিব পাৰে!

মীৰা—সঁচাকৈয়ে। কিন্তু আমাৰ অসমীয়া জাতিটো শুই থাকে কিয়—কামত যেন বৰ ধীৰ গম্ভীৰ, বৰ লাহে লাহে।

নলীন—সি জাতীয় দোষ—আৰু এটা দোষ ভ্ৰমণহীনতাৰ কাৰণে। দেশ-বিদেশ নেদেখিলে আজিৰ পৃথিবী কোনফালে গৈছে কোনেও নাজানে। আজিৰ পৃথিবী ৯৮ ঘণ্টাত এবাৰ ঘূৰিব পাৰি আৰু আমি ৩০ মাইল যাওঁতে ৩ দিন লাগে। বাওক সেই কথা নালাগে, তুমি যি কৈছা মই নাচ শিকিম, আমেৰিকা বিলাত যাম, কথাটো বৰ উৎসাহেৰে পৰিপূৰ্ণ। মোৰ বহুত সপোন আছিল আৰু এটা আজি যোগ হল।

মীৰা—মই সঁচাকৈয়ে নোৱাৰিম নেকি?

নলীন—তোমাৰ আশা ফলবতী হওক। তুমি নিশ্চয় পাৰিবা; তোমাৰ দেউতাৰৰ অলেখ ধন। তেখেতে ইচ্ছা কৰিলে এবাৰ নালাগে তিনিবাৰ পৃথিবী ঘূৰাই আনিব পাৰিব। কিন্তু ভয় হয়—তুমি দেহা বিক্ৰী কৰিব নোৱাৰিবা।

মীৰা—(হঠাৎ এনে কথাত তবধ মানি তৎক্ষণাৎ সোধে) দেহা বিক্ৰীৰ অৰ্থ কি, নলীন ককাইদেউ?

নলীন—হঠাৎ এটা নকৰ লগীয়া কথা তোমাৰ আগত ওলাই গল। সহজ সৰল ভাবে তোমাক কবলৈ টানেই।

মীৰা—আপুনি সহজ সৰল ভাবেই কওক, মই অকণো বেয়া নাপাওঁ।

নলীন—চোৱাঁ, মেলিটেৰী যুগত যেতিয়া বেঙ্গলত ফেমিন হয় কিমান ভদ্র ঘৰৰ ছোৱালী বোৱাৰীয়ে নিজৰ দেহা বিক্রী কৰিছিল অৰ্থৰ অভাৱত, ছুৰ্ভিক্ষত। নিজকে জীয়াই ৰাখিবলৈ মনুষ্যত্বৰ তলখাপলৈকে নামি গৈছিল। দেহা বিক্রীৰ এটা মহৎ উৎসব চলিছিল। অসমতো মিলিটেৰীৰ সময়ত তেনে দেহা বিক্রীৰ ডাঙৰ উৎসব নহলেও কিছু হৈছিল কিন্তু ভগবানক ধন্যবাদ যে সি সিমানতে ৰ'ল। দেহা বিক্রী হয় মনৰ দৈন্যতাৰ কাৰণেও। তুমি যদি সুৰুচিসম্পন্ন ভাবে তোমাৰ পোচাক পিন্ধিব নোৱাৰা তেন্তে তোমাৰ দেহাৰ লাৱণ্য দেখি কামলোলুপবোৰে আলিয়ে পদুলিয়ে যি দৃষ্টিয়ে তোমাক চাব সেই দৃষ্টিটো পাবলৈকে যেন তুমি পোচাক সেই দৰেই কৰিছা। আজি চোৱা ফিল্ম, নাটক, তাত যি ধৰণেৰে পোচাক পৰিচ্ছদ কৰে সি কেতিয়াও সুৰুচিসম্পন্ন নহয়—decencyৰ বাহিৰে। সেইবিলাক দেখি শুনি আমাৰ বহুত গাভৰু জীয়াৰী বোৱাৰীয়েও নকল কৰে। চোৱা আমাৰ অসমীয়া মাইকী মানুহৰ পোচাক—ইমান বৈজ্ঞানিক আৰু সুৰুচিসম্পন্ন যে সঁচাকৈয়ে খুব ভাল লাগে। যেতিয়া অসমীয়া ছোৱালী এজনীয়ে পাট, মেজাঙ্কৰী বা মুগাৰ পোচাকটি

কৰে মোৰ কবৰ ইচ্ছা হয়—“তাই ছুনিয়াৰ সৌন্দৰ্য্যৰ সম্রাজ্ঞী।”

নলীনৰ কথাত মীৰাই অলপ সন্ত্রস্ত হয় কিজানি তেওঁৰ বুকুৰ কাপোৰখন অলপ খহিয়েই গৈছে।—“আৰু সাধাৰণ হিচাবে কওঁ শুনা—যেতিয়া ইয়াৰ ৰঙ্গমঞ্চত তুমি নৃত্য কৰিবা তেতিয়া আমাৰ কলানিপুণতা কিমান সেইটো কোনেও লক্ষ্য নকৰে, কৰিব তোমাৰ শাৰীৰিক সৌন্দৰ্য্য কিমান, কামদেৱে তোমাক কিমান পঞ্চশৰ দিছে তাকে লক্ষ্য কৰিব। দৰ্শক গেলেৰীত তৃতীয় শ্রেণীত বহাবোৰে তেতিয়াই কিৰিলি পাৰি সিহঁতৰ মনৰ কথা তৎক্ষণাত প্রকাশ কৰিব আৰু যিবোৰ ভব্য-গব্য ৰিজাৰ্ভ আৰু প্রথম শ্রেণীত বহিব, সিহঁতে তোমাৰ প্রেমত হাবু-ডুবু খাব। সহজ প্রশংসা পাবলৈ বা অৰ্থ সংগ্ৰহ কৰিবলৈ তুমি পোচাক পৰিচ্ছদো ঠিক তেনেকৈ পিন্ধিব লাগিব। তেনে কৰিব পাৰিবা জানো? সিও দেহা বিক্রী। মই ভাবো তুমি নোৱাৰিবা আৰু সেইখিনি সৎসাহ আমাৰ ছোৱালীবোৰৰ নাই। আৰু এটা কাৰণ অৱশ্যে হৈছে ভাল সংগঠনকাৰীৰ অভাৱত।”

মীৰা—তেনে মই নাচ শিকাটো বন্ধ কৰি দিওঁ। মই তেনে কেতিয়াও কৰিব নোৱাৰোঁ।

নলীন—মই উদাহৰণ হে দিছোঁ। তোমাক কথাটো কৈছোহে। নিজৰ মনটো সবল হলে কোনো ভয় নাই। ইমান দুৰ্ব্বলী নহবা। দেশ-বিদেশত যদি আমাৰ কালচাৰ

প্ৰচাৰ হয় তাতোকৈ ডাঙৰ কথা আৰু কি হব পাৰে!” এনেতে নলীনক এটি লৰাই চাহ দিয়াৰ কথা কলেহি। নলীনে লৰাটোক কলে—“আৰু একাপ।” মীৰাই বুজি কলে, “মোৰ কাৰণে নালাগে, চাহ খোৱা অভ্যাসটো মোৰ কম।” নলীনে হাঁহি কয়, “চাহৰ পাঁচোটা গুণৰ ভিতৰত চাহ খাই আড্ডা দিবলৈ ভাল।”

মীমা—অ' আই, আড্ডাহে দিব, কিয় লেচন নিদিয়ে নেকি?

এনেতে ভিতৰৰ পৰা চাহ দুকাপ আনি লৰাটোৱে দি গলহি। নলীনে চাহ কাপটো লৈ এসোহা মাৰি কলে “বুইছা মীৰা, মই নিজে নিজে হতাশ হৈ গৈছোঁ। নৃত্যগীতে মোক সুখুৱাই ভাবি ভাবি হতাশ হোৱাতকৈ কিবা এটা কৰিম বুলি ভাবিছোঁ।”

মীৰা—অলপ আগতে আপুনিয়েই মোক কৈছিল—দুৰ্ব্বলী নহবা। আপুনি আকৌ কি কয়? সেইবোৰ এৰক, সিদিনাথনৰ ৰাধাকৃষ্ণৰ বিলাস নৃত্যৰ কিছু কিছু শিকাই দিয়ক।

নলীন—তোমালোকৰ উৎপাতত আৰু নোৱাৰি। বাৰু আহা, মিনতিহঁতে ইমান পলম কৰে কিয়?

মীৰা—সিহঁত আহিব। মোকে প্ৰথমতে শিকাওক।

“বাৰু আহা” বুলি নলীন ঠিয় হৈ মুখেৰে বোল গাই “তান থিতি তা, তান থিতি তা, তাক ৰাথি, তাক ধেনি

তাক ধেনি ধেই, ও নাচা"—মীৰাই সাজু হৈ নাচৰ গতি ধৰিব নোৱাৰি চেষ্টা কৰি কয়—"এবাৰ দেখুৱাই দিয়ক চোন, বৰ টান।" নলীনে দেখুৱাই যায়, মীৰাই সেইদৰে নাচ আৰম্ভ কৰে। নলীনেও মীৰাক নৃত্য শিকোৱাত যথেষ্ট প্ৰেৰণা পাই আবেগত দুয়ো একেলগে নাচিবলৈ আৰম্ভ কৰে। দুয়োৰে এনে ভাব হয়, যেন সঁচাকৈয়ে নলীন কৃষ্ণ আৰু মীৰা ৰাধা। শিকোৱাৰ কথা পাহৰি যায়। কিছু সময়ৰ পিছত মিনতি, কণু আহিও নাচৰ আখৰাত যোগ দিয়েহি। দৃশ্যটো ৰাসলীলা নৃত্যত পৰিণত হয়।

এইদৰে আখৰা কৰি থাকোঁতেই ৰবীনে বাহিৰৰ পৰা চিঞৰি চিঞৰি সোমাই আহি, নলীনক হাঁহি মুখেৰে কয়হি —"নলীন, সু-খবৰ!"

নলীন—( আগ্ৰহেৰে ) কি সু-খবৰ ভাই?

ৰবীন—চোৱা নন্দলাল কিশোৰীলালে আসাম নেচনেল থিয়েটাৰৰ কাৰণে ডেৰ লাখ টকা এককালীন দান দিছে।

নলীন—( আনন্দত বিহ্বল হৈ একে উশাহে ) অৰ্থাৎ?

ৰবীন—ডেৰ লাখ টকা, তোমাৰ নেচনেল থিয়েটাৰৰ কাৰণে এককালীন আদায়, এইখন চেক ( চেক উলিয়াই )।

নলীন—( নিজকে বিশ্বাস কৰিব নোৱাৰি ) কি, ইমান টকা, একেলগে?

ৰবীন—তোমাৰ কল্পনাবোৰ কিছু সজীব কৰিব পাৰিবা। এইখন চেক লোৱা। ( চেক দিয়ে )

নলীন—নন্দলাল ইমান মহৎ!—এটাইকিজনী ছোৱালী-ৰেও আনন্দ প্ৰকাশ কৰে।

ৰবীন—ৰঙ্গমঞ্চ আৰু আৰ্ট গেলেৰী সজোৱা হলে আৰু তিনি লাখ টকা তুলি দিব বুলি তেওঁ প্ৰতিশ্ৰুতি দিছে।

নলীন—অসমীয়াবোৰে মোৰ কথাটো বলিয়াৰ প্ৰলাপ বুলি উপলুঙা কৰি মোক অপমান কৰে! সিদিনা ক্লাবত মোক কিমান লঘূ লাঞ্চনা কৰিলে, তোমালোকে নাজানা। অসমীয়াৰ কৃষ্টি সভ্যতা, সাহিত্য, নাট কেনেকৈ ৰক্ষা কৰিব লাগে সিহঁতে নুবুজে। ইয়াক ৰক্ষা কৰিব নোৱাৰিলে সিহঁতৰ মেৰুদণ্ড ভাঙি যাব, তাকো বিশ্বাস নকৰে। নন্দলালে টকা উপাৰ্জ্জন কৰি সজ কামত লগাব পাৰে, সি সঁচাকৈয়ে মহৎ। (নন্দলালৰ কথা কৈ গৌৰৱ অনুভব কৰে)

ৰবীন—নলীন ইয়াত এটা কিন্তু আছে।

নলীন—কি কিন্তু ভাই?

ৰবীন—চোৱা মই কাৰবাৰ বা চাকৰি নকৰিম বুলি ভাবিছিলোঁ যে দেশৰ কথা ভাবিম, দেশক নীৰলে ভাল পাম, দেশ সেৱা কৰিম আৰু তুমি যিখন আঁচনি মোক দিছা, সেইখন ৰাইজৰ আৰু চৰকাৰৰ সহায় লৈ কাৰ্য্যত পৰিণত কৰিম। কিন্তু টকা নহলে সকলো মিছা। সিফালে নন্দলালে মোক ৰবকৈ ধৰিলে, যে তাৰ লগত মই কাৰবাৰ কৰিব লাগে, অৱশ্যে সমান অংশীদাৰ হিচাবে। কাৰবাৰৰ টকা গোটেই তাৰ, মই কেৱল তাৰ সকলো কাম কৰিব লাগে। সি বহুত

নেৰা-নেপেৰাকৈ ধৰাত মই কলোঁ যে, তুমি যদি প্ৰথমে দেশৰ কামত কিছু দান দিয়া তেন্তে মোৰ কোনো আপত্তি নাই। সি আনন্দেৰে এই চেকখন দি কলে "অসম গঢ়িবলৈ হলে শেহ তেজটোপাও দিম। এইখিনি অতি কম।" তাৰো উপৰি সি মোৰ নামত, আমগুৰিত কাৰবাৰ কৰিবলৈ ৩ লাখ টকা বেঙ্কত জমা দিছে। ময়ো তাৰ লগত কাম কৰিবলৈ ৰাজী হৈ পৰহিলৈ যন্ত্ৰপাতি কিনাৰ অৰ্ডাৰ দিবলৈ কলিকতালৈ বুলি ৰাওনা হ'ম। যদি আয় ভাল হয় তেতিয়া তোমাৰ পূৰ্ণ আঁচনিখন কামত পৰিণত কৰিবলৈ যত্ন কৰিম।

নলীনে ক'লে, "কিন্তু তুমি নহলে মোৰ সোঁহাতখন নোহোৱাৰ নিচিনাই লাগিব।"

ৰবীন—আমাৰ দেশত হাজাৰ হাজাৰ সুস্থ অসমীয়া ডেকা গাভৰু আছে, সিহঁত হয়তো মোতকৈ গুণী, মেধাবী। সিহঁতক কামত লগোৱা, প্ৰেৰণা যোগোৱা, সিহঁতে সুবিধা আৰু উপযুক্ত ক্ষেত্ৰ পালে অসমত স্বৰ্গপুৰী ৰচনা কৰিব। মই সিহঁতৰ মাজত নগণ্য।

—এই টকাখিনি বৰ্ত্তমানে তুমি ঘৰ-দুৱাৰ সজাৰ কামত লগোৱা। টকাৰ নাটনি পৰিলে মোক জানিবলৈ দিবা, মই সুদিহা কৰিম। মই সদায়ে তোমাৰ সহায়ত আছোঁ। কাম কৰিব পাৰিলে অৰ্থ অলেখ।

নলীন—অৰ্থ, কৰ্ম্ম, কল্পনা—এই তিনিটা শক্তিৰে যদি

অসম গঢ়িব নোৱাৰোঁ তেন্তে কেনেকৈ গঢ়িম। তুমি যে কিমান মহৎ মই ভাবিবই নোৱাৰোঁ।

ৰবীন—নন্দলালৰ অর্থ আছে, তোমাৰ কার্য্যত পৰিণত কৰিব পৰা কল্পনা আছে, আৰু কৰ্ম্মশক্তি প্ৰয়োগ কৰিব পাৰিলেই আমি কিছুদূৰ সফলতা লাভ কৰিব পাৰিম। মই পৰহিলৈ কলিকতালৈ যাম, তুমি কাম বিলাকৰ দিহা-পোহা কৰা। সিফালে মই কলিকতাৰ পৰা ঘৰৰ নক্চাটো পঠাই দিয়াম।

---

## —নৱম—

প্ৰবীনে ৰাতিপুৱা ব্ৰেকফাষ্ট খাই, ৰেডিয়'টো খুলি আনন্দ মনেৰে ডাঙৰ আয়না এখন আগত লৈ, টাইডাল বান্ধি জনাই নজনাই বিলাতী গীতৰ সুৰ ধৰি সুহুৰিয়াই মূৰ ফণীয়ায়। তেওঁৰ স্বাস্থ্য ভাল, মনটো আনন্দৰ সফুৰা বিশেষ, ভাৱনা চিন্তা নাই। মদ খোৱাৰ চিন চকুৰ গুৰিত অলপ আছে যদিও, স্বাস্থ্যটো নিখুট হোৱাত, ধৰা পেলাবলৈ টান। উলাহৰ হিল্লোলত মনটো ৰাতিপুৱাই হিন্দোলি উঠে। কিষণলাল তেওঁৰ বিশ্বাসী ভৃত্য। সি ফুৰ্ত্তিবাজ লোক, গিৰীহঁত চাই চাকৰ। কিষণলালে চৌফাবোৰ ফটাকানি এখনেৰে পৰিষ্কাৰ কৰি গিৰীহঁতক এবাৰ তুবাৰ চাই আকৌ কাম কৰি যায়। প্ৰবীনে সুহুৰি এৰি হাঁহি কিষণলালক সোধে। ৰেডিয়ৰ শব্দ লহৰী কমাই দিয়ে।

প্ৰবীন—কিষণলাল, কি কৈছিলি ? সাদিৰ কথা !

কিষণ—হাঁ হজুৰ, সাদী কৰনেচে বহুত সুবিষ্টা হোগা, ঘৰভি শোভা হোগা, আউৰ আপকা ভি বহুত সুখ হোগা।

প্ৰবীন—( হাঁহি ) কাক সাদী কৰাম ? ছোৱালীৱেই নাই দেখোন।

কিষণ—ক্যা বলতে হ্যায় হজুৰ। লাখ লাখ ছোৱালী আছে। অসম মুলুক মে এটনা খুবসুৰৎ সুন্দৰ ছোৱালী

আছে, ভাৰত মুলুক মে কৈ নাই মিলেগা! হিন্দিমে এক বাট হ্যায় হজুৰ, কামৰূপমে যো আয়েগা সোভি ভেড়া বন্ যায়েগা, কিউ? ছোৱালী দেখ কৰ্—কিষণলালে সঁচাকৈয়ে হাঁহি পেলায়। প্ৰবীনেও তাৰ কথা শুনি হো-হো কৈ হাঁহিবলৈ ধৰে।

কিষণলাল—দেখিয়ে হজুৰ, ( গহীন হৈ ) হাম দিল্লাগী কিয়া নেহি। ঐ দু ফটো হ্যায়্ না ( বীণা আৰু মীৰাৰ ফটো দুখন দেখুৱাই ) উচিসে যো আচ্ছা হ্যায়, উন্‌কা সাথ সাদী হোৱে, তো বহুত খুচীকা বাট হোগা।

প্ৰবীন—কোন বেছি আচ্ছা হ্যায়?

কিষণ—দুনোভি।

প্ৰবীন—মীৰা বীণা, দুনোভি!

কিষণ—হুজুৰ মীৰাটো ভজনৱালী কৃষ্ণভকত আউৰ বীণাটো স্বয়ং সৰস্বতী হ্যায়, দুনোভি আচ্ছা।

প্ৰবীনে আঙুলি দুটা আগবঢ়াই কিষণলালক ধৰিবলৈ দি কয়, "যো উঠেঙ্গে, উসকা অলবৎ সাদী কৰিম। একঠু, দুনোকো নেই সেকেঙ্গে।" কিষণলালে বৰ আগ্ৰহেৰে—যেন সিয়ে সঠিক টো ধৰিব বুলি ভাবি লৈ এটা আঙুলি ধৰে, ফলাফল জানিবলৈ বুলি সোধে, "হ্যায়, ঠিক হ্যায়্ না?"

প্ৰবীন—নাই নাই, ঠিক নহল কিষণলাল, এইবাৰ ধৰ,—বুলি আকৌ আঙুলি দুটা আগবঢ়াই দিয়াত কিষণলালে ধৰি প্ৰবীনৰ মুখলৈ চাই থাকে—প্ৰবীনে কয় "ঐ হ্যায়"

বুলি বেৰত ওলমি থকা দাড়ি গোফেৰে পৰিপূৰ্ণ মানুহ এজনৰ ফটো দেখুৱাই হাঁহে। কিষণলালে তলমূৰ কৰে। এনেকুৱা সময়তে প্ৰবীনৰ ওচৰতে থকা অফিচ ৰুমৰ পৰা টেলিফোন-টোত টিং টিং বাজিবলৈ ধৰাত প্ৰবীনে বেগতে অফিচ ৰুমত সোমাই ফোনটো ধৰি—হ্যাল—উত্তৰ আহিল—অ' আপুনি, জৰুৰী কাম, কিহৰ, অ' বেঙ্কৰ বিষয়ে, অ'—আপোনাৰ ডাঙৰ বিপদ,—কি কয়, আচৰিত! ব্ৰহ্মপুত্ৰ বেঙ্কৰ! মই ১২ টা বজাত অ, নহয় ( ঘড়ি চাই ) ঠিক ১॥০ বজাত লগ ধৰিম—আপোনাৰ ঘৰতে। মই অলপতে মৰিয়নীলৈ যাম, তাত বিশেষ কাম আছে। আপুনি ঘৰতে থাকিব।" ফোন এৰি লৰালৰিকৈ আকৌ সোমাই আহি কিষণলালক কোটটো দিবলৈ কয়। কিষণলালে চাৰ্জৰ কোটটো আনি গাত সুমুৱাই দি কয়—"হজুৰ খানা কো টাইম মে ঠিক হাজিৰ হনা চাইয়ে।"

প্ৰবীন—"ঠিক হ্যায়" বুলি ততাতৈয়াকৈ ঘৰৰ পৰা বাজ ওলাল।



## —দশম—

আহল-বহল সু-সজ্জিত এটা বৈঠকখানাত বহি ৰায়-বাহাদুৰ বৰুৱাই দৈনিক কাগজখন পঢ়িবলৈ এৰি, প্ৰবীনৰ লগত কথা আৰম্ভ কৰে। আলোচনাৰ বিষয় গভীৰ।

প্ৰবীন—আজি প্ৰায় সকলো কাগজতে বীণাৰ ফটো দেখিলোঁ; বিদেশত আমাৰ অসমীয়াৰ গৌৰৱ তেওঁ অটুত ৰাখিছে।

বৰুৱা—মই তাইৰ কৃতকাৰ্য্যতাৰ বিষয়ে পৰহি এখন টেলিগ্ৰামো পাইছোঁ। প্ৰায়বোৰ পৰীক্ষাতে তাই প্ৰায় প্ৰথম হৈছে। ভাৰতবৰ্ষত স্ত্ৰী শিক্ষা কেনেকৈ আমূল পৰিবৰ্ত্তন কৰিব লাগিব তাৰ এটি প্ৰবন্ধও ভাৰতৰ প্ৰায় কাগজবোৰতে ওলাইছে। লৰা-ছোৱালীৰ কাৰণে মণ্টেচৰী প্ৰণালীটোও তাই বৰ প্ৰশংসা কৰে।—জীয়েকলৈ মনত পৰি বৰুৱা অন্য মনস্ক হয়—অলপ বৈ আলোচনাৰ বিষয় আন-ফালে নিবলৈ বুলি কয়—"প্ৰবীন, এই বিপদত তুমি মোক অলপ সহায় কৰা।"

প্ৰবীন—হয়। কি কৰিলে উপায় ওলাই তাৰ বিষয়ে চিন্তা কৰিব লগীয়া হৈছে। অলপ টকা নহয়—দুই লাখ টকা!

বৰুৱা—চোৱা মই নিজে বেঙ্কৰ মেনেজিং ডিৰেক্টৰ

হৈ এই টকা খিনি এমাহৰ ভিতৰত পৰিশোধ কৰিব নোৱাৰিলে মোৰ মান, সম্ভ্ৰম, বংশ-মৰ্য্যাদা সকলো যাব। তাৰ লগে লগে অসমীয়াৰ যৌথ কাৰবাৰ সমূলি নাশ কৰি দিয়া হব। কুৰি বছৰৰ পিছতো ই এটা উদাহৰণ হৈ থাকিব। সকলোৱে কব—'অমুক বৰুৱাই বেঙ্ক খুলি নিজে ধনী হ'ল, আনৰ টকাৰ ওপৰত।' এই বিষয়টো চিন্তা কৰি কৰি মই একোৱেই ঠিক কৰিব পৰা নাই। কেবাজনো সম্ভ্ৰান্ত ধনীক মোৰ সম্পত্তি বন্ধক দিওঁ বুলি প্ৰতিশ্ৰুতি দিয়াতো, ইমান কম সময়ৰ ভিতৰত কোনেও টকা দিব নোৱাৰোঁ বুলি কৈছে। সিফালে কথাটো ঘুণুক-ঘাণাক ভাবে টাউনত ওলাইছেই। বহুতে বু-বু বা-বা কৰিছে। প্ৰবীন কি উপায় হব? (কথা কওঁতে নিজৰ গাম্ভীৰ্য্য বৰুৱাৰ বহুত কমি আহে, সৰু লৰা এটিৰ নিচিনাকৈয়ে ভাবে মাক কয়।)

প্ৰবীন—মই যৎপৰোনাস্তি চেষ্টা কৰিম। সিফালে আপোনাৰ সম্পত্তিকে বন্ধক লবলৈ কোনো ধনী ওলোৱা নাই দেখি মোৰ সম্পত্তিনো কোনে বন্ধক লব! আনফালে মোৰ বহুত টকা ঘৰ সজাওঁতেও সোমাই গল।

বৰুৱাই ভাবি ভাবি কয়, "এটা জাতি এনেয়ে পিচপৰা, কাৰবাৰ নহলে, বেঙ্ক নহলে, আমাৰ নিজৰ দেশখনকে শাসন কৰিব নোৱাৰি। সেই উদ্দেশ্যেই মই বেঙ্ক খুলিছিলোঁ কিন্তু তাৰ ফল বিপৰীত হ'ল। সকলোৱে কব 'ইহঁত

বাগিছাৰ মালিক—ইহঁত ঠগ—ইহঁত ডকাইত।' (কিছুপৰ ৰৈ) যদি বীণাই এই কথা জানে তাই মৰ্ম্মাহত হব। মই কি কৰিম প্ৰবীন ?"

প্ৰবীন—আপুনি অধৈৰ্য্য নহব। মই উপায় বিচাৰিছোঁ আৰু বোধ হয় মই কৃতকাৰ্য্য হম। আপুনি—

বৰুৱা—কি উপায় ?

প্ৰবীন—আপোনাক বিশেষ বৰ্ত্তমানে একো নকওঁ, কিন্তু এইখিনি কব পাৰো যে আপুনি নিশ্চিন্ত হওক (প্ৰবীনে যেন এটা ডাঙৰ আশা দেখিছে। সেই আশা যেন ফলৱতী হব—এনে ভাবে কলে)।

বৰুৱা—প্ৰবীন তুমি মোৰ প্ৰকৃত আপোন জন। কিন্তু চোৱা, ইয়াক যদি ৰক্ষা কৰিব নোৱাৰোঁ তেন্তে মোৰ কি হব জানা ? তুমি জানা—মোক সকলোৱে মান কৰে, সন্মান কৰে, মৰম-চেনেহ কৰে। বহুতে কয় মই ধনী হৈয়ো দুখীয়া নিচলাৰ বন্ধু। কিন্তু যদি বেঙ্কৰ টকাটো সময় মতে জমা দিব নোৱাৰোঁ—তেন্তে মোৰ দুৰ্ণাম চাৰিওফালে বিয়পি পৰিব— মোক সকলোৱে ঘৃণাৰ চকুৰে চাব। চহৰে চহৰে থকা বেঙ্কৰ শাখা-প্ৰশাখাবোৰৰ এডোখৰ ইটাও নাথাকিব।" হঠাৎ বৰুৱাৰ অলপতে হৈ যোৱা ডাঙৰ ডাঙৰ বেঙ্কবোৰ ফেইল হোৱাৰ কথা মনত পৰিল। বেঙ্কৰ আগত ডিপজিটাৰ বোৰৰ নানা ৰকমৰ আশা নিৰাশাৰ মুখবোৰ যেন তেওঁ স্পষ্ট ভাবে দেখিবলৈ পালে। সেইবিলাক দেখি তেওঁ আৰু নিৰাশ হৈ

গল। অলপ ভাবি তেওঁ প্ৰবীনক অলপ সময়ৰ কাৰণে ৰবলৈ কৈ ভিতৰ সোমাই কিছু সময়ৰ পাছত এটি জুৱেলাৰী বাকচ হাতত লৈ প্ৰবীনৰ আগত খুলি এটি এটিকৈ দামী অলঙ্কাৰবোৰ ডাঙি ধৰিলেহি।

বৰুৱা—চোৱা প্ৰবীন, এই দাল বীণাৰ মাকৰ ডাইমণ্ড নেকলেচ্; জোৰোণৰ সময়ত মই দিয়া—হঠাৎ বেৰত থকা বীণাৰ মাকৰ প্ৰকাণ্ড ফটো খনলৈ তেওঁৰ চকু পৰিল—বৰুৱাই আৰু কব নোৱাৰিলে। তেওঁৰ চকু চলচলীয়া হৈ গল, কমাল খন উলিয়াই তেওঁ ধীৰে ধীৰে চকুপানী মচি, নিজকে সম্বৰণ কৰি আকৌ কলে—"ইয়াত যথেষ্ট মূল্যবান অলঙ্কাৰ আছে, মই ভাবিছিলোঁ বীণাৰ বিয়াত এইবোৰ দিম। এইবিলাক নি তুমি সঠিক ভাবে যিমান পাৰা সেইখিনিকে দিয়া।"

প্ৰবীন—আপুনি মোৰ পিতৃতুল্য, আপুনি ইমান ভাবিছে কিয়? মই কৈছোঁ আপুনি নিশ্চিন্ত হ'ক। এইবোৰ মোক একো নালাগে। বীণাৰ বিয়াতেই তেওঁকে দিব। (আনক সহায় কৰিব পাৰিম বুলি কিছু গৌৰৱৰ ভাবেৰে)

বৰুৱা—(অলপ নিশ্চিন্ত হৈ) বাৰু—তুমি নিশ্চিন্ত হবলৈ কৈছা যেতিয়া আৰু চিন্তা নকৰোঁ।

প্ৰবীনে আৰু এটি নতুন কথাৰ অৱতাৰণা কৰিবলৈ বুলি, চল চাই আশা নিৰাশাৰ ভাব লৈ, এটি এটিকৈ কবলৈ ধৰিলে। কথা কওঁতে তলমূৰ কৰি মাজে মাজে বৰুৱাৰ মুখলৈ চাই কিনো কয় বুলি আগ্ৰহেৰে কয়—"বহুত দিনৰ

পৰাই আপোনাক এটি কথা কম বুলি আজিলৈকে কব পৰা নাই, সিফালে কথাটো কবলৈ সাহো নহয়।"

বকৱা—তুমি আচৰিত লৰা। মোক কথা কবলৈ তোমাৰ কিহৰ ভয়? বা সাহৰেই প্ৰয়োজন ক'ত? কোৱা, কোৱা—নিৰ্ভয়ে কোৱা।

প্ৰবীন—চাওক, আপুনি মোক আপোনাৰ লৰাৰ নিচিনা মৰম কৰে, চেনেহ কৰে আৰু আমাৰ বংশ-পৰম্পৰা আপোনাৰ লগত এটি মধুৰ সম্বন্ধও আছে।

বকৱা—নিশ্চয়, নিশ্চয়। তোমাৰ পিতাদেউ মোৰ উপকাৰী আৰু বৰ বন্ধু আছিল। আজি মনত পৰিছে তেওঁ মোৰ দুয়ো বন্ধৈলৈ ঘৰত নোকোৱাকৈয়ে ৪০ বছৰৰ আগেয়ে পলাই গৈছিলোঁ। তেতিয়াই ভাবিছিলোঁ সাগৰৰ সিপাৰলৈ যামগৈ। কিন্তু আমাৰ দেউতা বৰ তীখৰচিং মানুহ আছিল। দুয়োকে পুলিচৰ হতুৱাই ধৰাই অনালে। বীণাৰ মাকৰ লগত বিয়াৰ সকলো বন্দবস্ত তেওঁৰেই কৰিছিল। সেইবোৰ কথা মনত পৰিলে সঁচাকৈয়ে বৰ বেয়া লাগে। বাৰু তোমাৰ কথা কোৱাঁচোন।

প্ৰবীন—চাওক এই মৰম চেনেহ যেন চিৰস্থায়ী হয়।

বকৱাই "অ, অ," বুলি শলাগ লয়।

প্ৰবীন—তাৰ এটি সুদিহা কৰিলে মই সঁচাকৈয়ে সুখী হম।

বকৱা—কি সুদিহা কৰিম ভাঙি পাতি কোৱাঁ।

প্ৰবীন—সৰল ভাবে কবলৈ টানেই পাইছোঁ।

বৰুৱা—মানে !

প্ৰবীন—এই—বীণাৰ লগত এটি বৈবাহিক সম্বন্ধ, বীণাক মই বোধ হয় সুখেৰেই ৰাখিব পাৰিম।

বৰুৱা—চোৱা প্ৰবীন, তুমি যি কৈছা মই বৰ আনন্দ পাইছোঁ। তোমাৰ লগত বীণাৰ বিয়া হলে, সঁচাকৈয়ে মই বৰ সুখী হম, কিন্তু এটা কথা ভাবি চোৱাঁ, তাই শিক্ষিতা, জনা-বুজা ছোৱালী, তাতে কিছু পাশ্চাত্য ভাব লৈ তাই ঘূৰি আহিব। তাইৰ মত নহলে মোৰ পক্ষে সঠিককৈ কথা কোৱাটো সমীচীন নহব। তুমিয়েই ভাবি চোৱা।

প্ৰবীন—হয়। পিছে বীণাৰ যে অমত হব, সি কেতিয়াও নহয়, আপোনাৰ কথা যে পেলাব সিও নহয়। বীণাই পিতৃ-বাক্য লঙ্ঘন নকৰে, তাক মই ভালকৈ জানো। উচ্চশিক্ষিতা হলেও, পাশ্চাত্য ভাবেৰে মন পৰিপূৰ্ণ হলেও, বীণাই কোনটো লঙ্ঘন কৰিব লাগে আৰু কোনটো পালিব লাগে, সেইটো ভালকৈয়ে জানে। আপোনাৰ বাক্য শিলৰ ৰেখা, তাই তাক জীৱন দি হলেও ৰক্ষা কৰিব। আপোনাৰ কথা কেতিয়াও নেপেলায়। আপোনাৰ মতেই বীণাৰ মত।

বৰুৱা—তথাপি—

প্ৰবীন—মই কথাটো জোৰ দি সোধাৰ উদ্দেশ্য এয়ে, যে আপোনাৰ কথা পালেই মই নিশ্চিত হম। মোৰো আৰু অনিশ্চিত অৱস্থাত থাকি ভাল লগা নাই।

বৰুৱা—( প্ৰবীনৰ সৰল আগ্ৰহ দেখি, সঁচাকৈয়ে বিমোহিত হয় আৰু ভাবে, যে এই প্ৰবীনেই মোৰ মান, সম্ভ্ৰম ৰক্ষা কৰিবলৈ গৈ, মোক নিশ্চিন্ত হবলৈ, দঢ়াই দঢ়াই কৈছে ; বীণা বোধ হয় অমত নহব বুলি ভাবি, তেওঁ কলে ) চোৱাঁ প্ৰবীন, তোমাৰ হাতত বীণাক গটাব পাৰিলে মই সঁচাকৈয়ে সুখী হম। তোমাৰ দৰে অসমীয়া সমাজত কেইটা লৰা আছে ? সিফালে মোৰ সম্পত্তি খিনিও বীণায়ে পাব। তাকে চলাবলৈ তোমাৰ যিখিনি অভিজ্ঞতা আৰু শিক্ষা আছে, বহুতৰেই কম। বহুত দিনৰ পৰাই তাইক তোমাকে গটাম বুলি ভাবিছিলোঁ। কিন্তু মই তৎক্ষণাত কওঁ কেনেকৈ ? অন্ততঃ, তাইৰ সাধাৰণ হিচাবেও, মনটো লবলৈ কিছু দিন সময় লব। তাইলৈ লিখিব লাগিব। বৰ্ত্তমানে এই কথাটো বাদ দি, মোক উপস্থিত ক্ষেত্ৰত উদ্ধাৰ কৰা।

প্ৰবীন—সেই বিষয়ে নিশ্চিন্ত থাওক। কিন্তু মোকো এটা চিন্তাৰ পৰা আপুনি উদ্ধাৰ কৰিলে, ময়ো নিস্কৃতি পাওঁ।

বৰুৱা—তোমাৰ বিষয় লৈ চিন্তা কৰিবলৈ একো নাই। তুমি নিশ্চিন্ত থাকা, তোমাৰ লগতে বীণাৰ বিয়া হব।

কৃতজ্ঞতাৰে প্ৰবীনৰ অন্তৰ উপচি পৰিল, ভাষাৰে বৰুৱাক একো কবই নোৱাৰিলে। বৰুৱাৰ উদাৰতাত মুগ্ধ হল, যাও বুলি উঠি কলে—"ভাল মই যাওঁ, আপুনি একোকে চিন্তা নকৰিব। টকাটো আপোনাক কেতিয়া লাগিব ?"

বৰুৱা—ধৰা আৰু ২০।২৫ দিনৰ মূৰত আমাৰ বেঙ্কৰ

ডাইৰেক্টৰসকলৰ মিটিং হব। ধৰা ফেব্ৰুৱাৰীৰ ২৬ তাৰিখে, তাৰ আগতে লাগিবই।

প্ৰবীনে বকুৱাক আকৌ এবাৰ প্ৰবোধ দি ঘৰৰ পৰা ওলায়ে, অলপ ভাবি নিজৰ গাড়ী চলালে, নন্দলাল কিশোৰীলালৰ ঘৰলৈ। নন্দলালৰ প্ৰকাণ্ড ঘৰটোৰ সমুখত আহি তেওঁ মাত দিলে "নন্দলাল বাবু।" নন্দলালে মাত শুনিয়েই ভিতৰৰ পৰা লৰালৰিকৈ ওলাই আহি, প্ৰবীনক দেখি সমাদৰ কৰি কলে—"আহক, আহক—প্ৰবীন বাবু।"

প্ৰবীন—আপোনাক লগ নেপাওঁ বুলিয়েই ভাবিছিলো। যাহক, আপুনি ঘৰতে আছে।

নন্দলালে প্ৰবীনক অফিচ কমলৈ সুমুৱাই লৈ বহিবলৈ দি কলে—"বহক, বহক—কি খবৰ?"

প্ৰবীন—কি খবৰ হব আৰু। এই চাওক, অলপ বিপদ।

নন্দলাল—কি বিপদ?

প্ৰবীন—তেনেকুৱা একো নহয়। আপুনিতো জানে, এতিয়া আমাৰ বাগিছাৰ চাহৰ চালানৰ সময়, ক'টাটো বিক্ৰী হলেহে টকাটো পাম, সিফালে বাগিছাৰ কাৰণে মোক কিছু টকাৰ প্ৰয়োজন হৈছিল। অন্ততঃ দুমাহৰ কাৰণে, মোৰ বাগিছাকে বন্ধক দি হলেও বা সুদৰ কাৰণে হলেও—

নন্দলাল—এ ৰাম-ৰাম, আপুনি কি কথা কয়। মই আপোনাৰ বাগিছা বন্ধক লম! সুদৰ কাৰণে মই টকা কাকো নিদিওঁ। মোৰ সেইটো দস্তুৰ নাই।

প্ৰবীন—ভাল কথা। বৰ্ত্তমানে মোক আপুনি দুলাখ টকা দুমাহৰ কাৰণে এটি সুবিধা কৰি দিয়ক ; যেনে তেনে আপোনাৰ বন্ধুক সহায় কৰক।

নন্দলাল—প্ৰবীন বাবু, মোৰ হাতত যথেষ্ট টকা বৰ্ত্তমানে নাই ; যিখিনি আছিল, মই আৰু ৰবীন বাবুৱে এটা কাৰবাৰ কৰিম বুলি প্ৰায় ৩ লাখ টকা তেওঁৰ নামত বেঙ্কত জমা দি দিছোঁ। সিফালে ৰবীন বাবুও কলিকতালৈ গৈছে, যন্ত্ৰপাতিৰ অৰ্ডাৰ দিবলৈ। আজি ২৫ দিন হল। আৰু ১৫।২০ দিন মানতে ঘূৰি অহাৰ কথা।

প্ৰবীন—তেনে চাওক, ৰবীনৰ পৰা টকাটো লৈ আপুনি দুমাহৰ কাৰণে হলেও মোক দিয়ক, বিপদত সহায় কৰক।

নন্দলাল—প্ৰবীন বাবু, সেই টকাটো তেওঁৰ। তেওঁ যদি কামত লগোৱা নাই, তেন্তে দিব পাৰে। মোৰ কবলৈ একো নাই। মোক আপুনি বেয়া নেপাব। থকা হলে আপোনাৰ নিচিনা মানুহক টকা দিবলৈ কেতিয়াও বেয়া নাপাওঁ।

প্ৰবীন—বাৰু আপোনাৰ উপায় নাই যেতিয়া কি কৰিব। ভাল, মই এতিয়া উঠোঁহে। বুলি প্ৰবীন উঠিল।

নন্দলাল—"ৰাম—ৰাম", "ৰাম—ৰাম", বুলি প্ৰবীন উঠি নিজৰ গাড়ীখনৰ ওচৰত অলপ ঠিয় দি, কিবা ভাবি ঘৰৰ মুখে ৰাওনা হল।



## —একাদশ—

ইটা, চিমেণ্ট, বালি, দৈনিক হাজিৰা, মজদুৰৰ পাৰিশ্ৰম আৰু টকাই অসমীয়াৰ এটি সপোন, আজি যেন বাস্তৱত পৰিণত কৰিব খুজিছে। ৰবীনে কলিকতাৰ পৰা পঠোৱা আঁচখনি চাই, নলীনে এজন বিশিষ্ট ঠিকাদাৰক আসাম নেচনেল থিয়েটাৰ আৰু আৰ্ট গেলেৰী সজাবলৈ ঠিকা দি নিজে নিতৌ কামৰ ঠাইত হাজিৰ হৈ দিনৰ দিনটো কাম চায়। ঠিকাদাৰক বুজাই বুজাই কয় ক'ত কি কৰিব লাগে। কেবা শ মজদুৰে দিনে নিশাই কাম কৰিবলৈ ধৰিলে। অসমৰ চুকে-কোণে প্ৰচাৰ হল যে অসমীয়াৰ এটা ডাঙৰ অভাৱ পূৰণ হব। নলীনক প্ৰশংসা কৰি বহুত লোকেই অভিনন্দন জনাইছে। অসমৰ কাগজে-পত্ৰই নলীনক ভূয়সী প্ৰশংসা কৰিছে। সিদিনাথন তেওঁক অপমান কৰা ফুকন-বৰুৱায়ো তেওঁক ২০ হাজাৰ টকা দিবলৈ গাত ললে। সেইদৰে ৫৲ টকাৰ পৰা ২০ হাজাৰলৈকে নলীনে সহায় পালে। অশেষ উৎসাহ পাই নলীনে দুগুণ উৎসাহেৰে কাম কৰিবলৈ লাগি গল। তেওঁক প্ৰেৰণা যোগায় মীৰাই। ক্লান্তি নাই, অৱসাদ নাই; তেওঁৰ কল্পনাবোৰ যেন ইটা, চিমেণ্টৰ গাথনিতে প্ৰকাশ হব, ইয়ে তেওঁৰ জীৱনৰ আকাঙ্ক্ষা-আশা। নিৰাশ, হতাশ হৈ যোৱা জীৱনটো দুগুণে ঠন ধৰি উঠে। ৰবীনৰ কথাবাৰ মনত পৰে—"আমাৰ দেশত হাজাৰ হাজাৰ সুষ্ঠ-সবলী ডেকা-গাভৰু আছে, সিহঁত

মোতকৈও হাজাৰ গুণে গুণী, মেধাবী ; সিহঁতে সুবিধা আৰু উপযুক্ত কাৰ্য্যক্ষেত্ৰ পালে, অসমত স্বৰ্গপুৰী ৰচনা কৰিব।” ৰবীনৰ কথা সত্য ; যি সত্যক আৰাধনা কৰে সিয়েই ডাঙৰ শিল্পী। তাৰ দৰে হাজাৰ তৰুণ নবীন অসমীয়া শিল্পীবোৰলৈ মনত পৰিল। সিহঁতৰ প্ৰকাশ কৰিব নোৱাৰা গুণবোৰ ভাবি ভাবি নলীনে চকুপানী টোকে, ভাবে—“এইবোৰ জহি গৈছে। সিহঁতক কামত লগালে হয়তো সিহঁতে অন্তৰৰ পৰা কব—‘আমাক জহি যোৱাৰ পৰা তুমি ৰক্ষা কৰিছা; মৰিশলিৰ পৰা আমাক তুলি আনিলা।’ সুমধুৰ কণ্ঠৰে ভৰা সুগায়ক, সুগায়িকা, নৃত্য-পটু, নৃত্য-পটীয়সী, কিমান কবি-নাট্যকাৰ, লিখক, অভিনেতা-অভিনেত্ৰী—সিহঁতৰ নষ্ট শক্তি যদি উদ্ধাৰ কৰিব পাৰোঁ! এই মহাভৈৰবী শক্তি যদি একত্ৰিত কৰিব পাৰোঁ!” ইটাৰ গাথনিবোৰকে চাই চাই তেওঁ ভাবে, আৰু একদৃষ্টিৰে তেওঁ কেবল চায়েই থাকে। তেওঁৰ মনটো গুচি যায় বহুত দূৰলৈ, দিগন্তৰ সিপাৰলৈ। তাত দেখে এখন উজ্জ্বল সুখৰ ৰাজ্য ; য'ত প্ৰলোভন নাই, মিছা-বেশ্যা নাই, মায়া-মৰীচিকা নাই; আছে—সত্য, শিৱ, সুন্দৰ।

নলীনে কৰ্ম্মৰ মাজতো ভাবিয়েই থাকে। হঠাৎ চমক খাই উঠি পিচফালে চায়—মীৰাই সুন্দৰ গাড়ীখনৰ পৰা নামি তেওঁৰ ওচৰলৈকে অহা দেখিলে। তেওঁৰ ভাব হল যেন লাস্যই সজীৱ ৰূপ ধৰি, অপৰূপ ৰূপেৰে উৰ্ব্বশীৰ সকলো ভঙ্গী লৈ, তিল্ তিল্ কৈ গঢ়া তিলোত্তমাৰ সকলো

সৌন্দৰ্য্য লৈ, চিত্ৰলেখাৰ নৃত্য-ছন্দৰে খোজ চলাই মীৰা তেওঁৰ ওচৰলৈ আহি থমকি ৰলহি। মিচিকিয়া হাঁহি এটি মাৰি মীৰাই কলে—"নলীন ককাইদেউ, আপোনাক আমাৰ ঘৰলৈ ভাত খাবলৈ মতা নাছিলোঁ জানো? এনেকৈ কথা পাহৰিলে কেনেকৈ হয়?"

নলীন—সঁচাকৈয়ে, মই পাহৰিয়েই গ'লোঁ।

মীৰা—তিনিটা বাজিলে, এতিয়ালৈকে আপুনি একো খোৱা নাই! নাখায়-নবৈ আপুনি ক্ষণাই গৈছে।

নলীন—ইমান যে সময় হল মই কবই নোৱাৰোঁ। বাক বলা, আজি তোমালোকৰ তাতে খোৱা যাওক—বুলি তেওঁ মীৰাহঁতৰ গাড়ীখনত উঠিবলৈ যাওঁতে এটি লৰাই লৰি লৰি আহি তেওঁক এখন চিঠি দিলেহি। খামটো মেলি পঢ়ি চাই মীৰাক কলে—"আমাৰ বহুত বস্তু আহি ষ্টেচনত পৰি আছেহি। নন্দলালে লিখিছে, তেওঁৰ নামতে সকলো আহিছে। মালখিনি সোনকালে আনিব লাগে, যাতে কামটো বস্তুৰ অভাৱত পৰি নাথাকে। আক যদি টকা-পইচাৰ কিবা মস্কিল হয়, তাৰ বাবেও তেওঁক জনাবলৈ কৈছে। ৰবীনে বোলে কলিকতাৰ পৰা আহি পোনে পোনেই আমগুৰিলৈ বাওণা হৈ তাৰে কাম হাতত লৈছে। গতিকে মীৰা, এবাৰ ষ্টেচনলৈ যাওঁ বলা, তাৰ পৰা তোমালোকৰ ঘৰলৈ যাম গৈ, বেয়া নোপোৱাতো?" বুলি গাড়ীত ছুয়ো বহিল। মীৰাই গাড়ী চলালে ষ্টেচনৰ অভিমুখে।

---

## —দ্বাদশ—

আমগুৰিত নতুনকৈ সজা এটি ঘৰ, তাৰে এটি কোঠাত ৰবীনৰ অফিচ ৰুম। সেই কোঠালিৰ খিড়িকীয়েদি বহুত দূৰলৈকে সেউজীয়া ধাননি পথাৰ, তাৰ সিকাষে এখন চোমনি আৰু কিছু দূৰত তাৰ লগত আকাশ আৰু নীলা মেঘৰ লগত লাগি থকা নগা পৰ্ব্বতৰ কিছু অংশ পৰিষ্কাৰ ভাবে দেখি— ভাব হয়, যেন আয়না লগাই ফ্ৰেম বান্ধি থোৱা এখনি ছবিহে। তাৰে ওচৰ-চুবুৰীয়া গাৱঁৰ বুঢা-মেঠা, ডেকা আহি তেওঁৰ লগত নানা বিষয়ে কথা পাতে। ৰবীনে সকলোকে তেওঁৰ কথা আৰু কামবোৰ বুজাই দিয়ে। বহুতে সোধে— "এতিয়া যে নতুনকৈ কলকব্জা, যন্ত্ৰ-পাতি আহিছে সেইবোৰ কি কৰিব?" ৰবীনে তন্নতন্নকৈ সকলোকে বুজাই কয় যে সেইবিলাক সিহঁতৰে বস্তু। সিহঁতে শিকি বুজি ললে সিহঁতেই চলাব। তাৰ ফল সিহঁতেই ভোগ কৰিব।"

গাওঁবোৰৰ মানুহবোৰে এই বাতৰি পাই দিনে-নিশাই আহি তাতে জুম বান্ধেহি। তেওঁৰ প্ৰতি দিনে দিনে সিহঁত আকৃষ্ট হয়। তেওঁ যেন সিহঁতৰ বৰ মৰমৰ, বৰ চেনেহৰ। তেওঁৰ কথা বিজুলীৰ দৰে শক্তিশালী। নতুন উদ্যমেৰে, উৎসাহেৰে সকলোৱে তেওঁৰ কথা লৈ কাম কৰিবলৈ লাগি গল। দিন যায় মানে আৰু মানুহ, ওচৰ-চুবুৰীয়া মৌজাবোৰৰ পৰা গোটখাই আহি, তেওঁৰ কথা শুনি সেইদৰে কাম কৰিবলৈ

লাগিল। কোনোবাই যেন সঞ্জীৱনী সুধাহে ঢালি দিলে। দিনৰ দিনটো, বাতিপুৰা ১০ বজাৰ পৰা তেওঁ পথাৰে পথাৰে মানুহৰ লগে লগে কাম দেখুৱাই দেখুৱাই ফুৰি ফুৰে। অশেষ পৰিশ্ৰম কৰে যেন তেওঁৰ জিৰণিয়েই নাই। কেৱল খানৰ খেতি ৪ মাহে কৰা অসমীয়া মানুহবোৰক ট্ৰেক্‌টৰ লগাই মাটি চহোৱাৰ পৰা আৰম্ভ কৰি কেনেকৈ প্ৰতি ঋতুৱে ঋতুৱে বেলেগ খেতি কৰিব লাগে, সকলো বুজাই, সেইদৰে কামত আগবাঢ়িবলৈ উদ্‌গণি দিলে; আৰু কলে, ধৈৰ্য্যৰে এবছৰ খাতলে তাৰ পাছত তাৰ ফল কি হয়, সিহঁতে নিজেই বুজিব। ধীৰে ধীৰে, সেই নিজান ঠাই ডোখৰত যেন এটি প্ৰাণৱন্ত সংগঠন ঠন ধৰি উঠিব খুজিছে। সকলোৱে তেওঁৰ কৰ্ম্মশক্তিৰ কথা বুজি পালে। মানুহবোৰৰ এটি অটল বিশ্বাস হল যে, ৰবীনে অচিৰতে সক-সুৰা হলেও কাৰবাৰৰ এটি কেন্দ্ৰ সেইখিনিতে গঢ়ি তুলিব। গাৰঁলীয়া চহাৰ পৰা মালিকলৈকে তাৰ পৰা লাভৱান হব।

এই কৰ্ম্ম-ব্যস্ততাৰ মাজতে এদিন বাতিপুৱা প্ৰবীণ আহি তেওঁৰ ওচৰ পালেহি। দুয়ো ৰবীনৰ অফিচ কমটোতে সোমাই সকলো কামৰ ভু-ভা লৈ প্ৰবীণে কলে—"বুজিছা ৰবীন, তুমি মোক সহায় কৰিব পাৰিবা ?"

ৰবীন—মই ভাবিব লাগিব।

প্ৰবীণ—নন্দলালক মই নিজে কৈছিলোঁ, সি কয় তোমাৰ ওপৰতেই সকলো ভাৰসা।

ৰবীন—লোকৰ টকা, মই নামত গিৰিহঁত। বিশ্বাসভঙ্গ কৰিবলৈ মই টান পাইছোঁ, আৰু সিফালে কিছু নতুন ধৰণৰ যন্ত্ৰপাতি আনোতে প্ৰায় ৭৫ হাজাৰ টকা খৰচ কৰিলোঁ। এতিয়া নতুনকৈ ধান, তেল আৰু সৰুকৈ এটি 'চুগাৰ মিল' পাতিম বুলি কিছু মালৰ অৰ্ডাৰ বম্বেলৈ পঠাম বুলি ভাবিছো।

প্ৰবীণ—(সানুনয়ে) এইটো বিশ্বাসভঙ্গৰ কথা নহয়, সহায়ৰ কথাহে আৰু তোমাৰ এই অৰ্ডাৰ দিয়াটো অন্ততঃ ছমাহৰ কাৰণে বন্ধ ৰাখি টকাটো দিয়া।

ৰবীন—চোৱা প্ৰবীণ, মই আজন্ম দুখীয়া, বেছি টকাৰ লগত ধেমালি ৰখা নাই। তোমালোকৰ দৰে টকাৰ ছিনি-মিনি খেলাও নাই। এই টকা আনৰ হলেও মোৰ বহুত। তাতোকৈ নন্দলালৰ বিশ্বাসটো মোৰ ওপৰত আৰু হাজাৰ হাজাৰ বাৰ ডাঙৰ।—ৰবীন বৰ চিন্তিত হল। আৰু ইফালে বন্ধুক নো কেনেকৈ সহায় কৰিব তাকো ভাবি চালে।

প্ৰবীণ—এটা কাম কৰা, কিছু সম্পত্তি বন্ধক লোৱা। চোৱা, তোমাৰ নিজৰ টকা হলে অৱশ্যেই দিলাহেঁতেন; কিন্তু সিফালে আনৰ টকা ৰক্ষা কৰিবলৈ হলে সেই টকাৰ বহু পৰিমাণে মূল্যবান সম্পত্তি অন্ততঃ ছমাহৰ কাৰণে লৈ তুমি উপায় কৰা।

ৰবীন—( ভাবি ) কাৰ সম্পত্তি?

প্ৰবীণ—( কওঁ নকওঁকৈ ) ধৰা মোৰেই—

ৰবীন—অৰ্থাৎ তোমাৰ বাগিচা!

প্ৰবীণ—অৰ্থাৎ ধৰা মোৰ বাগিচা নহয়।

ৰবীন—মানে—

প্ৰবীণ—মানে ধৰা এই মেনেজিং ডিৰেক্টৰ—

ৰবীন—মেনেজিং ডিৰেক্টৰ কিহৰ?

প্ৰবীণ—ব্ৰহ্মপুত্ৰ বেঙ্কৰ।

ৰবীন—ৰায় বাহাদুৰ বৰুৱাৰ!! (বুলি আচৰিত হয়। ভিতৰুৱা কথাবিলাক জানিবলৈ দুগুণে প্ৰশ্নবোধক হৈ তেওঁ সোধে) বৰুৱাই দুই লাখ টকাৰ কাৰণে বাগিচা বন্ধক দিব কিয়?

প্ৰবীণ—চোৱাঁ। টকাৰ দৰকাৰ হোৱাত তেওঁ বেঙ্কৰ পৰা দুই লাখ টকা নি খৰচ কৰিলে।

ৰবীন—তেন্তেইতো বেঙ্কৰ মেনেজিং ডিৰেক্টৰ—ডিৰেক্টৰবোৰৰ পৰামৰ্শ নলৈ তেনে কৰিলে কিয়?

প্ৰবীণ—এটি গুৰুতৰ পৰিস্থিতিৰ কাৰণে। চাহখিনি বিক্ৰী নোহোৱালৈকে টকাটো তেওঁ দিব নোৱাৰে আৰু ২৬ ফেব্ৰুৱাৰীত বেঙ্কৰ মিটিং, সিফালে নগৰত কথাটো প্ৰায় বেয়াকৈ ওলাইছে যে বেঙ্কৰ বহুত টকা মুৰুব্বীসকলে তলে তলে খাইছে, গুজৱটো আৰু বেছি প্ৰচাৰ হলে, বেঙ্কটো ৰক্ষা কৰাই টান হব। বেছি টকা জমা ৰখাসকলে একাউণ্ট আন আন বেঙ্কলৈ ট্ৰেন্সফাৰ কৰিছেই। বেঙ্কটো ৰাখিব নোৱাৰিলে তোমাৰ—মোৰ, গোটেই অসমীয়া জাতিৰে কলঙ্ক

হব। মোৰ যদিও এই বেঙ্কৰ লগত কোনো সম্বন্ধই নাই, তথাপি ই আমাৰ একমাত্ৰ জাতীয় সম্পত্তি ( সানুনয় ভাবেৰে কৈ গল—ৰবীনৰ হাতত জোৰেৰে ধৰি ) ৰবীন। ৰবীন! তোমাৰ টকাটো মই কেতিয়াও মৰা পেলাবলৈ এৰি নিদিওঁ। দুমাহ—মাত্ৰ দুমাহৰ কাৰণে—”

ৰবীন—কি কৰিলে উপায় হয় মই ভাবি পোৱা নাই। মোৰ অৱস্থাত যদি তুমি পৰিলাহেঁতেন ঠিক মোৰ দৰেই তোমাৰো অৱস্থা হ'লহেঁতেন। সজ উদ্দেশ্য লৈ তোমালোকক এটা কথা কওঁ—বাগিচাৰ মালিক তোমালোক, বিৰাট চাহৰ কাৰবাৰ তোমালোকৰ, লাখ লাখ টকা, আজি সাধাৰণ দুই লাখ টকাও তোমালোকৰ পুঁজিত নাই! এই কাৰবাৰ তোমালোকে ৰাখিবা কেনেকৈ ? একচেটিয়া ৰাপতি সাহন সম্পত্তিটো এডোখৰ এডোখৰকৈ ৰাখিলে টিকিব নোৱাৰিবা। এটি সবলী সংগঠন সকলো চাহ বাগিচাৰ মালিকে গঢ়ি তোলা পৰস্পৰৰ সহায়ৰ কাৰণে। তেতিয়া বোধহয় তিষ্ঠিব পাৰিবা, হয়তো ইউৰোপীয়ান সকলৰ আৰু আফ্ৰিকাৰ চাহৰ কাৰবাৰৰ লগত সমানে সমানে ফেৰ মাৰিব পাৰিবা। মোৰ অৱশ্যে চাহৰ বিষয়ে জ্ঞান খুব কম। ( হাঁহি ) অট্টালিকা সাজিলে তাৰ ইটাৰ গাঠনিতেই টকাটো সোমায়। সি ওলায় আৰু নাহে—আহে যদিও সি ভগা ইটাৰ ডোখৰ ডোখৰ হিচাবে। দামী মটৰ গাড়ীত ধোঁৱা হৈ সি উৰি যায়। ( নিৰ্ভীক আৰু বীৰৰ দৰে আকৌ কয় ) মই টকাটো দিম।

নিজৰ হোৱাহেঁতেন বাগিচা বন্ধক নললোহেঁতেন। সেই কাৰণেই বৰুৱাৰ সোৱণপুৰ বাগিচাখন হুমাহৰ কাৰণে হলেও বন্ধক লোৱাটো উচিত বুলি ভাবিছোঁ।

প্ৰবীণ—ৰবীন! তোমাক কি বুলি শলাগিম ভাষাই নাই। নগৰলৈ তুমি এইবিলাক বিষয়ে লিখা-পঢ়া কৰিবলৈ কেতিয়া মানে যাবা? ২৬ তাৰিখে শেষ দিন।

ৰবীন—২৬ তাৰিখেই তুমি তোমাৰ গাড়ীখন পঠাবা। সেইদিনা ৰাতিপুৱা ভাগতেই। অ' আৰু এটা কথা।

প্ৰবীণ—কি—কোৱা!

ৰবীন—বৰুৱাই ভুল কৰিছে।

প্ৰবীণ—বুজিছোঁ।

ৰবীন—তেখেতক মোৰ সম্মান জনাই কৰা সেই ভুলৰ কথা।



## —ত্ৰয়োদশ—

ফেব্ৰুৱাৰী ১০ তাৰিখৰ পৰা দিনবোৰ যেন বৰ খৰকৈ যাবলৈ ধৰিলে। ১০, ১১, ১২—এনেকৈ কেলেণ্ডাৰখনত থকা তাৰিখবোৰ ইখিলাৰ পৰা সিখিলা যেন পট্-পট্কৈ চকৰি ঘূৰাৰ দৰে ঘূৰি আহি ২৬ ফেব্ৰুৱাৰী তাৰিখৰ দিনা অলপ পৰ থমকি ৰল। ওৱাল্-ক্লকটোৰ দহ বজাৰ টং টং শব্দ যেন আজি জোৰকৈয়ে বাজি উঠিল। দূৰৈৰ পৰা 'ব্ৰহ্মপুত্ৰ বেঙ্ক লিঃ'ৰ চাইনবৰ্ডখন দেখিবলৈ পোৱা গ'ল। অফিচ কমটো কিছু ডাঙৰ, তাতেই আজি পৰিচালক সকলৰ মিটিং। বেঙ্কৰ আনফালে কাউণ্টাৰৰ ভিতৰত বহি কেৰাণী-সকল ব্যস্ত, একাউণ্টেট, এজেণ্টৰ আজি কৰ্ম্মব্যস্ততাৰ হেতু মূৰ দাঙি চাবলৈকো সময় নাই। তেওঁলোকৰ মনৰ ভাব চকুৰে মুখে বিৰিঙি উঠে—"আজি নো কি গতি লয়"। ভিতৰৰ পৰা বাহিৰত যে কিবা এটা গণ্ডগোল হৈছে তাৰ শব্দ স্পষ্টকৈ শুনা যায়। বাহিৰত লোকে লোকাৰণ্য, বহুত ৰকমৰ মটৰ গাড়ী, জিপ গাড়ী, ৰিক্সা, বাইচাইকেলেৰে ট্ৰাঙ্ক ৰ'ডটো উপচি পৰিল! বিৰ দি বাট পাবলৈ নাই—সন্ধি নাই। আগ বাঢ়ি যাবলৈ হলে ঠেলা-হেঁচা কৰিব লাগে। কাউণ্টাৰৰ সমুখলৈকে কোন আগতে যাব, তাৰে আপ্ৰাণ চেষ্টা কৰি, মাজে মাজে, জুম বন্ধা মানুহৰ ভিতৰত অধিয়া-

অবিও লাগি গৈছে। এই সকল বেঙ্কৰ ডিপজিটৰ: আন আন কাবে, বং চাবলৈ আৰু বেঙ্কৰ গতিনো কি হয় বুলি চাবলৈ অহা দর্শকবে পৰিপূর্ণ। পুলিচে কাকো শাসন কৰিব পৰা নাই। সকলোবে নানা কথা পতাত স্পষ্টভাবে কোনে কি কৈছে বুজা নাযায়, কেৱল মাত্র শব্দৰ বোল উঠে হবেক বকমৰ। ওচৰত থকা দুই-এজনে কথা পতাৰ পৰা বুজা যায় যে তেওঁলোকে তেওঁলোকৰ টকাখিনি এই বেঙ্কৰ পৰা নি অন্য বেঙ্কত বা পোষ্ট-অফিচত জমা থব। কোনোবে বৰ অনিশ্চিত ভাবে কিনো হব বুলি ভাবি হা-হুতাশ কবে আৰু কয় "তেজক পানী কৰি অর্জা টকা ইহঁতৰ বুকতে লীন গল।" ওচৰতে লাখুটিত ভৰ দি থকা আদহীয়া বুঢ়ী এজনীয়ে কয়, "এবা বোপাই! ইহঁতৰ একো নাই, টকা বুলিলে সকলো কৰিব পাবে। কাপোৰ বেচি যি দুই এপইচা পাওঁ, ইয়াতে জমা থৈছিলোঁ; মোৰ সকলো গল" বুলি নিজৰ কপাল চুলে। হা-হুতাশ, হুমুনিয়াহ, আশা-নিৰাশাৰ একো একোটি ছবি যেন সকলোবে লৈ ফুৰিছে। কিছুমান দুৰন্ত আৰু বজাৰৰ বেপাৰীয়ে হুলস্থুল আৰম্ভ কৰি "বেঙ্ক ভাং ভাং" বুলি ইটা, শিলগুটি লৈ দলিয়াবলৈ আৰম্ভ কৰিলে। পুলিচ আগবাঢ়ি গল। কাউন্টাৰৰ ওচৰত মানুহ ওপৰা-ওপৰি হৈ হেঁচা-ঠেলা লগালে। কোন কালে কি হৈছে তাৰ কথা কোনেও একো নাজানে—কেৱল এটা হুলস্থুল। কিছুমানে মানুহৰ তলে তলে সৰকি মিটিং কমটোৰ দৰজাখন

সবলে ঢকিয়াবলৈ ধৰিলে আৰু চিঞৰি চিঞৰি কলে "আমাক টকা লাগে। আমাক টকা লাগে।"

বেঙ্কৰ এজেণ্ট সাহিয়াল এজন ডেকা কৰ্ম্মী। তেওঁ বেঙ্কৰ পৰা ওলাই আহি বিশৃঙ্খল জনতাক সম্বোধি কলে "ৰাইজ, আপোনালোকে গণ্ডগোল নকৰিব। যাৰ যিমান টকা আছে সেই অনুপাতে চেক কাউণ্টাৰত দিয়ক, আমি টকা ১৷৹ বজাৰ আগতে আদায় কৰি দিম। আপোনালোকে ........." এনেতে পিচফালৰ পৰা কিছুমানে টিটকাৰি দি চিঞৰি উঠিল—"টকা খাই এওঁলোকে আকৌ টকা দিব। এইদৰে হোজা অসমীয়া ৰাইজক এওঁলোকে চলি চলি তলি উদং কৰিলে।"

বাহিৰত এনেদৰে গণ্ডগোল চলিয়েই থাকিল। যি সকলৰ একাউণ্ট আছিল তেওঁলোকে সৰল ভাবে টকা পাম বুলি আশা কৰি চেক লেখিবলৈ লাগি গল। বাটৰ ওপৰত, মটৰ গাড়ীৰ বডিত, ইজন সিজন মানুহৰ পিঠিত চেক বহী ৰাখি, সঠিককৈ চহীটো আৰু তাৰিখটো লিখিবলৈ ধৰিলে। কাউণ্টাৰৰ কেৰাণীয়ে চেক সংগ্ৰহ কৰি একাউণ্টেটক দিবলৈ ধৰিলে। ১০-৩০ মিনিটত চেকৰ অঙ্কৰ সংখ্যা উঠিল ৫০ হাজাৰ, সেইদৰে চাৰে বাৰ বজালৈ ১৷৷ লাখ টকালৈকে উঠিল। মিনিটে মিনিটে টকাৰ সংখ্যাও বাঢ়ি গল। সিফালে অফিচৰ কোঠাটোতে মিটিং বহিছে বেঙ্কৰ ৭ জন ডিৰেক্টৰৰ লৈতে। সকলোৰে ভাৰ গহীন চকুজ

আৰু উত্তেজনাৰ ভাব পৰিষ্কাৰ ভাবে ফুটি ওলাইছে। মেনেজিং ডিৰেক্টৰ বৰুৱাই কি কৰিব কি নকৰিব এনে ভাবে ঘড়িটো বাৰে বাৰে চাই কয় "মোৰ টকা আহি পাবই লাগিছিল, ইমান পলম কিয়?" বেঙ্কৰ ফ'নটো ধৰি, নম্বৰটো মিলাই, বৰুৱাই কেবাবাৰো "হ্যালো, প্ৰবীণ ঘৰত আছেনে নাই?"—"নাই" বুলি উত্তৰ অহাত তেওঁ বিৰক্তিৰে ফ'নটো থৈ মূৰৰ চুলিবোৰত হাত বুলাবলৈ লাগিল। এজন ডিৰেক্টৰে কলে—"এই গণ্ডগোল হল কিয়?" আন এজন ডিৰেক্টৰে কলে—"গুজব; গুজব বেয়া ভাবে প্ৰচাৰ হলে সকলো সন্দিহান হয়, তাৰ ফল বিষময়। এই টকা নিয়া যদি বন্ধ কৰিব নোৱাৰি তেন্তে বেঙ্ক তিষ্ঠি থকাই টান হব। ইয়াৰ বাতৰি আন আন ঠাইত ওলালে, সেইদৰে তাতো একে ফলেই ফলিব।" উপায় !!! সকলোৰে ইজনে সিজনৰ মুখলৈ চাই ভাবে "উপায়"। তেওঁলোকৰ মুখ অন্ধকাৰ হয়। আজি জাতিটোৰ এটি জীৱন-মৰণৰ সমস্যা। এই সমস্যাৰ সমাধান কেনেকৈ হব? চিন্তা আৰু বিশেষ চিন্তা! কেনেকৈ উদ্ধাৰ পাব? কোনে উদ্ধাৰ কৰিব?

বাহিৰত এনেতে হঠাৎ সুন্দৰ মটৰ এখনৰ পৰা নবীন প্ৰবীণ নামিল। প্ৰথমে বেঙ্কৰ আগত ইমান মানুহ দেখি তেওঁলোক আচৰিত হল। মানুহৰ মাজে মাজে ধীৰে ধীৰে তেওঁলোক বেঙ্কৰ ফালে আগ বাঢ়িল। তেওঁলোকক

দেখি প্ৰায়বোৰে চিঞৰি উঠিল "অ' এইবাৰ বেঙ্কৰ ফালেই হলেই। এওঁলোকে চেক দিলে, বেঙ্কৰ দহ হাতলৈকে মাটি খানিলেও পূৰণ নহব।" কিছুপৰ শাম কাটি থকা জনতাই কদোঁ বাহত জুই লগাৰ দৰে ভোঁভোঁৱাই উঠিল। ৰবীনে মামুহবোৰক ইঙ্গিত দিলে কিছু পৰ শান্ত হবলৈ। ৰবীন, প্ৰবীণ মিটিং হোৱা কমটোত সোমাল। ১ বাজি ১৫ মিনিট যোৱাত টকাৰ সংখ্যা উঠিল ১ লাখ ৭৫ হাজাৰ। ৰবীন প্ৰায় ১৫ মিনিটমান যোৱাৰ পাছত হাতত এখন চেক লৈ বাহিৰৰ ফালে ওলাই থকা কাউন্টাৰত উগ্ৰ ৰুদ্ৰ জনতাৰ সন্মুখীন হৈ নিৰ্ভীক ভাৱে থিয় দিলে। সকলোৰে চকু তেওঁৰ ওপৰত পৰিল। তেওঁনো কি কয় বুলি ভাবি সকলো নিস্তব্ধ হল। ৰবীনে অটল বিশ্বাসেৰে সবল ভাবে কলে—"ব্ৰাইজ, এই বেঙ্ক ফেইল নকৰে। কিয়নো চাওক এইখন চেক, বেঙ্গল ইউনিয়ন বেঙ্কৰ ওপৰত মই দিছোঁ ২ লাখ টকাৰ। তাৰ সমুদায় টকা মই নিজে আজি তাৰ পৰা উলিয়াই ইয়াত জমা কৰিবলৈ মনস্থ কৰিছোঁ। মই যদি ইমান টকা বিশেষকৈ আজিৰ দিনত, যিদিনা আপোনালোকে টকা উঠাই নিবলৈ আহিছে, সেইদিনত জমা থবলৈ আহিছোঁ, মোৰ এই বেঙ্কৰ ওপৰত কিমান আস্থা আছে, কিমান বিশ্বাস আছে, আপোনালোকে নিজেই বুজিছে। ই আমাৰ অসমৰ গৌৰৱৰ বস্তু। কিয়নো ই আমাৰ একমাত্ৰ জাতীয় সম্পত্তি। এই জাতীয় সম্পত্তিটো আপোনালোকে

ৰক্ষা নকৰিব নে কি? ইয়াৰ পতন হলে মোৰ পতন, আপোনালোকৰ পতন, গোটেই জাতিটোৰ আৰ্থিক পতন। টকা নিয়াতকৈও আজি আপোনালোকে ইয়াত যেয়ে যিমান পাৰে জমা ৰাখক। টানৰ দিনত টকা খৰচ কৰাটো বুদ্ধিমানৰ কাম নহয়। ইয়াক গঢ়ি তোলক, অসমৰ আৰ্থিক অৱস্থাৰ উন্নতি কৰক। কাৰবাৰ আৰু টকাৰ প্ৰচলন কৰাওক।"

বহুতৰ মনলৈ আশা আহিল; ভাবিলে "হয়তো, ঠিক কথা।"—"আৰু সিফালে চাওক আজি বিদেশী বেঙ্কবোৰে অসমৰ টকা, আপোনালোকৰ তেজ শুহি কিমান লৈ গ'ল। তাৰ হিচাব জানো আপোনালোকে কৰিছে? যোৱা বছৰত অসমৰ পৰা সেই বেঙ্কবোৰে ২২॥০ কোটি টকা লৈ গল। আপুনি মই কৰিলো কি?"

তেওঁৰ কথাত বহুতৰ বিশ্বাস হ'ল। "হয়তো" কোনোৱে চিঞৰি কৰলৈ ধৰিলে "সঁচা, সঁচা, আপুনি কৈছে যেতিয়া আমি টকা ইয়াতেই ৰাখিম" তেওঁলোকে এইদৰে কোৱাত জনতাৰ আনফালেও তাৰ প্ৰতিক্ৰিয়া আৰম্ভ হল। তেওঁ লোকেও ভাবিলে, "সঁচাইতো"।

লাহে লাহে মানুহ বিলাকৰ উত্তেজনা কমি আহিল। দুই-এজনে মটৰ, জিপগাড়ী চলাই গলগৈয়ে। তেওঁলোকক যোৱা দেখি আৰু কিছু কিছু যাবলৈ ধৰিলে। লাহে লাহে ভীৰ কমি আহিল। শেহত প্ৰায় দুই-এজনৰ বাহিৰে

অন্য সকলোবিলাক দিহা-দিহি যাবলৈ ধৰিলে। যাওঁতে তেওঁলোকৰ কথাৰ পৰা জনা গল যে গুজৱ শুনিয়েই তেওঁলোক আহিছিল।

ভিতৰত ডিৰেক্টৰ সকলৰ মুখলৈ অলপ জীপ আহিল। সকলোৱে ৰবীনক অশেষ ধন্যবাদ জনালে। ৰবীনক বকৱাই অকলে মাতি নি কলে—“ৰবীন। তুমি মোৰ মান সন্মান বংশৰ গৌৰৱ ৰক্ষা কৰিলা।” অস্থিৰ ভাৱনা চিন্তাত আজি অ'তদিন কটাই তেওঁ বহুত ক্ষীণাই গৈছিল। আজি যেন অলপ প্ৰফুল্লিত হল। তেও ৰবীনৰ উদাৰ হৃদয়ৰ পৰিচয় পাই আনন্দতে কলে—“ৰবীন তুমি মহৎ।”

---

## —চতুৰ্দ্দশ—

বহু দিনৰ আগৰে পৰা থকা বায় বাহাদুৰ বৰুৱাৰ হৃদ্‌ৰোগৰ চাপ যেন লাহে লাহে বেছি হবলৈ ধৰিলে। অকলশৰীয়া জীৱন। তেওঁৰ পত্নী ঢুকুৱাৰ পিচৰ পৰাই, বীণাই তেওঁৰ জীৱনৰ কবিতা আছিল। তায়ে তেওঁৰ মৰহি যোৱা জীৱনটো বহুখিনি জীয়াই ৰাখিছিল। অকণমান ছোৱালীজনী, তাইৰ চঞ্চলতা, কথা বতৰা, জ্ঞানৰ, শিক্ষাৰ তৰ্ক-বিতৰ্ক, সমালোচনা—তাই যেনেকৈ তেওঁৰ লগত কৰিছিল, সেইবোৰ আজি ভাবি ভাবি ওৰকে নাপায়। তাইৰ যেন জ্ঞানৰ গভীৰতা তেওঁতকৈও হাজাৰ গুণে বেছি। দেড়-বছৰ তাই আজি বিদেশত। বীণাক দূৰৈৰ পৰা আজি তেওঁ চাবলৈ পালে। তাইৰ গুণ-গৰিমাৰ কথা তাইৰ অনুপস্থিতিত আৰু যেন বেছিকৈ অনুভৱ কৰিব পাৰিলে। বীণাৰ মাকলৈ তেওঁৰ মনত পৰিলে। নিশ্চল মূৰ্ত্তিৰ দৰে অকলশৰে তেওঁ দিনটো সেইদৰেই কটাই দিয়ে। তেওঁৰ তেনে পৰিবৰ্ত্তন দেখি বহুতেই ভাবে—কিয় বৰুৱা তেনে ভাবে থাকে? প্ৰবীণ মাজে মাজে আহি কিছু সময় কটায়। তেওঁক সম্পূৰ্ণ জিৰণি লবলৈ কৈ যায়হি। তেওঁ এটি আপোন লগৰীয়াক বিচাৰিবলৈ ধৰিলে। বাৰে বাৰে বীণাৰ মাকৰ কথা মনত পৰিল। "বীণাৰ মাক যদি আজি থাকিলহেঁতেন বীণাৰ

কথা শুনি তেওঁ চাগৈ কিমান সুখী হলহেঁতেন।—আৰু ভাবে, বীণাক গুচি আহিবলৈকে লেখিব নেকি? আৰু ৬ মাহ কেনেকৈ যায়? এই ৬ মাহ গলেই তাইৰ পঢ়া শেষ হয়।

পৃথিবী ঘূৰিবলৈ ধৰে—দিনবোৰ, পষেক, মাহবোৰ, ঋতুবোৰ ঘূৰি ঘূৰি আহি ছমাহ পায়হি। বকৰাৰ দিনবোৰো যায়। দিনে দিনে কাতৰ হয়, 'ব্লাডপ্ৰেচাৰ' বাঢ়ি আহে—অনিশ্চিত মুহূৰ্ত্ত এটাৰ কাৰণে তেওঁ যেন বৈ থাকে।

ভাৰতবৰ্ষৰ সকলো কাগজ-পত্ৰতে বীণাৰ ছবি ওলাল—সকলোতে তাইৰ অদ্ভুত প্ৰতিভাৰ গুণ গৰিমাৰে ভৰা প্ৰবন্ধ আৰু তাইৰ জীৱনীৰ কিছু পিঠি প্ৰকাশ হবলৈ ধৰিলে। অসমৰ সকলোতে এই বাতৰি বিদ্যুৎসঞ্চাৰে প্ৰচাৰ হল। সকলোৰে অসমীয়া ছোৱালী এজনীৰ এনে কৃতিত্বৰ কথা পঢ়ি-শুনি ভক্তি আৰু গৌৰৱ অনুভৱ কৰি কলে—'অসমীয়াই উপযুক্ত ক্ষেত্ৰে পালে ভাৰতবৰ্ষৰ আন প্ৰদেশতকৈ কেতিয়াও পিচ পৰি নাথাকে।' আত্মবিশ্বাসৰ ভাব দকৈ বহি গ'ল। আমি সক ভাবৰ কাৰণেই যে আমাৰ এনে গতি, আজি তাক বহুতেই বুজি পালে।

আজি সোমবাৰ—৭ মিটো দেওবাৰে বীণা আহি পাবহি। ক্ৰয়ডনৰ পৰা ভাৰতলৈ বীণাই ফ্লাই কৰিব। বম্বেত দুদিন থাকি তাই যোৰহাটৰ ৰবৈয়া এৰোড্ৰমত দেওবাৰে ১০-২৫ মিনিট যোৱাত পাবহি বুলি, ৰায় বাহাদুৰ বকৰালৈ বাতৰি আহিল। বকৰাই বাতৰি পায় আকৌ জী উঠিল। সেই কেই দিন

বকুৱাই ব্লাডপ্ৰেচাৰৰ চাপটো যেন কিছু কম পাইছে। উঠি বহি ফুৰিবলৈ ধৰিলে—বন্ধু-বান্ধৱ আত্মীয় সকলোকে কৈ ফুৰিবলৈ ধৰিলে বীণা দেওবাৰে পাবহি বুলি। বীণাৰ শোৱা কোঠা, কিতাপৰ আলমাৰি, ড্ৰেচাৰ, চকী, টেবুল, মাচীয়া নিজে আগত থাকি চাকৰৰ হতুৱাই পৰিষ্কাৰ কৰালে। মলিয়ন বিৰাট ঘৰটো আকৌ যেন উজ্জ্বল হৈ উঠিল। ৰান্ধনিটোক মাতি আনি বাৰে বাৰে কলে, যে বীণাই খাই যি ভাল পায়, সেইদৰে বস্তু যেন যোগাৰ কৰি ৰাখে। অসমীয়া আদখৰীয়া আঞ্জা যাতে ৰান্ধিবলৈ সি নাপাহৰে। আফুগুটিৰ বৰ ভজা আৰু খাৰলি যাতে তাই অহাৰ দিনাই খাবলৈ পায়। সকলোৰে হিয়াত আনন্দৰ ঢৌ বাগৰি গল। মিচিকিয়া হাঁহি বিৰিঙি উঠিল। কিয়নো সকলোৱে বীণাক ভাল পায়, তাই সকলোকে আপোনজন কৰিব পৰা অমায়িক ভাবৰ কাৰণে।

বীণাৰ অহাৰ কথাটো নগৰৰ চাৰিওফালে বিয়পি পৰিল।—সেইদিনা দেওবাৰ—ৰাতিপুৱা ৯ বজাৰ পৰাই এৰোড্ৰমত মানুহ গোট খাবলৈ ধৰিলে—সকলো ধৰণৰ মটৰ গাড়ী শাৰী শাৰী হৈ ৰলহি। অসমীয়া মানুহে আজিৰ দিনত গুণীৰ গুণ বুজা হল। চহৰৰ কলেজীয়া লৰা, ছাত্ৰ-ছাত্ৰী, কেৰাজনো এম, এল, এ, কংগ্ৰেছী নেতা, মাৰোৱাৰী, হিন্দুস্থানী, নানা অনুষ্ঠানৰ প্ৰতিনিধি আহি গোট খালেহি। তাকে দেখি আশে-পাশে থকা গাওঁ-ভূঁইৰ গাৱঁলীয়া খেতিয়কো

হাল-কোৰ এৰি, শই শই গোট খালেহি। ১০ বজাৰ ভিতৰত এৰোড্ৰমখনি এখনি মেলাত পৰিণত হোৱা যেন লাগিল। বীণাৰ সকলো সম্পৰ্কীয় মিতিৰ-কুটুমো আহিছে। নবীন, প্ৰবীণ আৰু মীৰা বৰুৱাৰ লগতে আহিছে। বৰুৱাই কপালত হাতখন থৈ বহুত দূৰলৈকে চাই ভাবে 'যেন ঈশ্বৰে তাইক ভালে কুশলে আনে—এৰোপ্লেনত অহাৰ কথা, মনটো যেন কেতিয়াবা শিয়ঁৰি উঠে, কৰবাত কিবা এটা যদি হয়!' বেয়া ভাববোৰ আকৌ জোকাৰি পেলায়। তেওঁৰ ভাব 'এই পালেহি—এই পালেহি'—হুবহুৰ নিৰলে তেওঁ কটালে, ইমান উৎকণ্ঠিত কেতিয়াও হোৱা নাই, আজি যেনে ১৫ মিনিটেই ১৫ ঘণ্টা। হঠাৎ নীলা আকাশখনত বহু দূৰৰ পৰা এটি গুৰু গুৰু শব্দ আহিবলৈ ধৰিলে। লাহে লাহে সি ডাঙৰ হৈ আহিল। এটি সৰু চৰাইৰ দৰে প্লেনখন দেখা গল। ওচৰ চাপি অহাত সি ডাঙৰ হৈ আহিবলৈ ধৰিলে। এৰোড্ৰমৰ ওপৰত চক্ৰাকাৰে ঘূৰি ঘূৰি এবাৰ আহি প্ৰকাণ্ড ডেকোটা প্লেনখন নামি পৰিল। ৰবীনে দ্ৰুত-গতিৰে মেলা হুড্‌ৰ জীপ এখন চলাই সমাগমৰ কিছু আঁতৰতে ৰলহি। সিফালে প্লেনৰ প্ৰেচ বুটামটো মেলি দিয়াত দৰজাখন মেলখাই গল। দুই এগৰাকী আৰোহী প্ৰথমে নামিল। তৃতীয় গৰাকী বীণা—, হেণ্ডবেগটো লৈ প্লেনখনৰ দুৱাৰখনত থিয় দি হঠাৎ অদূৰত জীপৰ ষ্টিয়েৰিংডাল ধৰি বহি থকা ৰবীনৰ ওপৰত চকু পৰি কিছুপৰ চাই

থাকিল। বিজুলীৰ দৰে এটি ভাব তাইৰ মনত খেলাই গল। ৰবীনেও তাইৰ ফালে মুহূৰ্ত্তৰ কাৰণে হলেও তন্ময় হৈ ৰ' লাগি চাই থাকিল। এক মিনিট দুয়ো নিজৰ সত্ত্বা হেৰুৱাই পেলাইছিল। ইমান মানুহ যে তেওঁলোকৰ সন্মুখত আছে তাৰ কথাও পাহৰি গৈছিল। মানুহবোৰে এবাৰ ৰবীনৰ ফালে, এবাৰ বীণাৰ ফালে চাবলৈ ধৰিলে। ৰবীনে দেখিলে বীণা যেন আগতকৈও হাজাৰ গুণে স্বাস্থ্যৱতী, ৰূপৱতী, শকুন্তলাৰ দৰে ভেলেঙী, সবল, নিৰ্ম্মল আৰু পবিত্ৰ হৈ আহিছে। তাইৰ থিয় হোৱা ভঙ্গীটো যেন কল্পলোকৰ মেনকাৰ দৰেই লয়লাসেৰে পৰিপূৰ্ণ, অবৰ্ণনীয় ভাবে শুৱনী—লনী। তাইৰ সুলকি পৰিব খোজা খোপাটি বাওঁ হাতেৰে ঠিক কৰি ললে।

বীণাই প্ৰথমে ইমান মানুহৰ সমাগম হব বুলি ভবাই নাছিল। হঠাৎ চমক ভঙাত তাই খোজ তললৈ দি নামি আহিবলৈ ধৰোঁতেই বহুত কেমেৰাৰ পৰা ক্লিক-ক্লাক শব্দ হল। নামি আহি সকলোকে নমস্কাৰ জনালে। তাইৰ ডিঙিত মালা পৰিবলৈ ধৰিলে। গোটেইজনী মালাৰে পৰিপূৰ্ণ হল। মহিলা সভাৰ সভানেত্ৰীৰ লগত কথা পাতি পাতি তাই আগবাঢ়ি আহিল। সকলোৱে ভক্তিৰে তাইক বাট এৰি দিলে। বকৰা আৰু বৰ নোৱাৰিলে—বৰ খৰ-খেদাকৈ বীণাৰ কালে আহিল।

---

## —পঞ্চদশ—

বীণা ঘূৰি অহাৰ দিনৰ পৰাই অকণিকে জিৰণি নোপোৱাই হল। দেউতাকক পৰিচৰ্য্যা কৰাৰ পৰা ঘৰৰ বন্ধা-বঢ়ালৈকে নিজে চকু দি সকলো কাম নিজৰ তত্ত্বাৱধানত কৰিবলৈ লাগিল। চাৰিওফালৰ পৰা তাইক অভ্যৰ্থনা আৰু অভিনন্দন জনাবলৈ গাৱেঁ-ভূঞেঁ, নগৰে-চহৰে, সমবেত জনতাই আগ্ৰহ প্ৰকাশ কৰাত তাতো যোগ দি, ৰাইজক সন্তোষ লগোৱাও তাইৰ এটি দৈনন্দিন কাম হল। তাই নিজে সভা-সমিতিবোৰত বৰ বিশ্বাস নকৰে, কিয়নো তাৰ পৰা সময় নষ্ট কৰাৰ বাহিৰে একো ফল নহয় বুলি তাই জানে। তথাপি কোনোবাই অহঙ্কাৰী বুলি কয় বুলি তাই দেখুৱাই হলেও সেই বিলাকত যোগ দিয়ে আৰু দেশ-বিদেশৰ দুখৰ কথা কয়।

তাইৰ ঘৰৰ ওচৰে-পাজৰে থকা দুখীয়া নিচলা, খাবলৈ নোপোৱা, কিছুমান লৰা-ছোৱালী লৈ, তাই ঘৰৰ ওচৰতে এটি 'নাৰ্চাৰী হোম' পাতিলে। ঘৰুৱা কামৰ বাহিৰেও ইহঁতৰ চোৱা-মেলা, স্বাস্থ্য গঢ়িবলৈ সেই অনুপাতে সিহঁতক আহাৰ দিয়া, সিহঁতক শিক্ষা দিয়া, পৰিষ্কাৰ পৰিচ্ছন্ন ভাবে থাকিবলৈ দিয়া তাইৰ এটি ডাঙৰ কাম হল। তাতেই যেন তাইৰ অশেষ আনন্দ। সেই আনন্দতে তাই যেন বুৰ গৈ থাকিব। গাৱঁলীয়া তিৰোতাবিলাকক মাতি আনি কেনেকৈ লৰা তুলিব লাগে, আহাৰ দিব লাগে, শিক্ষা দিব লাগে

সকলোকে সুন্দৰ আৰু সহজ ভাবে বুজাই, কাম কৰিবলৈ উপদেশ দিলে। সেইদৰে আকৌ নিজেও সিহঁতৰ লগতে থাকি পৰিশ্ৰম কৰিবলৈ লাগিল। নিজেও কিছু টকা দি তাই এটি নাৰ্শাৰী ফাণ্ড গঢ়িলে আৰু সংগঠনটি চলাবলৈ বুলি এডোখৰ চাফ-চিকুণ আহল-বহল ঠাই চাই তাতে কিছু কিছু স্বাস্থ্যৰ ফালৰ পৰা ভাল সৰু ঘৰ সজাই ললে।

মনপুতি আৰু নিজৰ অভিৰুচি মতে কাম কৰিব নোৱাৰিম বুলি ভাবি তাই অসম আৰু ভাৰত চৰকাৰে যঁচা ১৭০০৲ টকীয়া কামো গ্ৰহণ নকৰিলে। দেউতাকৰ অসুখটোৰ কাৰণেই তাইৰ বিশেষ চিন্তা,—কেতিয়াবা সি আকৌ বেছি হৈ তাইক আৰু দুৰ্ঘোৰ চিন্তাত পেলায়। অন্য সময়ত তাই সবল আৰু প্ৰফুল্লিত হৈয়ে দিন নিয়াই। ইতিমধ্যে তাই অসমীয়া তিৰোতাবোৰলৈ বিশেষ কৰ্ত্তব্যবোধ উদ্বুকিয়াই হৃদয়গ্ৰাহী এখনি কিতাপো ৰচনা কৰিলে।

বহুতে বেয়া বুলিলে যদিও—ফুলতে বিধৱা হোৱা কেৱাজনী বামুণৰ ছোৱালী—সমাজে ঘৃণাৰ চকুৰে চোৱা অথচ সংস্থাপন কৰিব নোৱাৰা—তেনেকুৱাও ২০।২৫ জনী ছোৱালী লৈ এটি 'হেণ্ডলুম' ফেক্টৰীও সৰুকৈ তাই আৰম্ভ কৰিলে। তাৰ লগে লগে সিহঁতে সিয়া-মেলা কৰা বস্তুবোৰ, এজন ব্যৱসায়ীক বিক্ৰী কৰি কেনেকৈ স্বাৱলম্বী হব সিহঁতক তাকো শিক্ষা দিয়ালে। বীণাৰ অনুষ্ঠানটি সৰু-সুৰা হলেও বেছ পৰিষ্কাৰ—পবিত্ৰ সংগঠনৰ যেন এটি নিখুঁত ছবি।

সঙ্গীতৰ সহায় লৈ সকু লৰা-ছোৱালীবোৰক শিক্ষা দিয়া প্ৰণালী চলাবলৈ প্ৰথমে তেওঁৰেই যত্ন কৰি যথেষ্ট কৃতকাৰ্য্য হল। ১, ২, ৩, ৪ ব্যায়াম নিদি সিহঁতক সবল সহজ ভাবেৰে কৰিব পৰা কিছুমান নৃত্য ৰচনা কৰি শৰীৰৰ সৌষ্ঠৱ বঢ়াবলৈ তাই শিকাবলৈ ধৰিলে। লৰা-ছোৱালীবোৰেও তাইৰ শিক্ষাত মুগ্ধ হৈ অতি সোনকালেই সিহঁতৰ বহুত কথাত ব্যুৎপত্তি জন্মিল। লৰা-ছোৱালীবোৰৰ সংখ্যাও লাহে লাহে বহুত বেছি হবলৈ ধৰিলে।

মহিলা সভাৰ সভানেত্ৰীয়ে তেওঁলোকৰ কাৰ্য্যক্ৰম আৰু কাম নো কেনেকৈ কৰিব লাগে বুলি তাইৰ উপদেশ লবলৈ, কেবাবাৰো আহি আলোচনা কৰিছিলহি। বীণাই বাৰে বাৰে কেৱল তেওঁলোকক ইয়াকে কলে যে সভা পতাতকৈ কামৰ প্ৰয়োজন আজি হাজাৰ গুণে বেছি।

সভা পাতি বক্তৃতা দিয়া লোক আৰু নেতা-নেত্ৰী অসমত বৰ্ত্তমানে বহুত অৰ্থাৎ সংখ্যাতীত। তাই জোৰ দি কয় যে, এতিয়া আমাক লাগে অন্ততঃ ২০ জন নীৰৱ, সুষ্ঠ, ধৈৰ্য্য ধৰিব পৰা অক্লান্ত কৰ্ম্মী। সভা পাতি অকাৰ্য্যকৰী কিছুমান প্ৰস্তাৱৰ মুঠেই প্ৰয়োজন নাই। তাই পাশ্চাত্য দেশৰ মহিলা কৰ্ম্মীবিলাকৰ কথা উদাহৰণ দি বুজালে আৰু কলে নেপোলিয়ন আৰু হিটলাৰে কি কৈছিল—'মোক এটা স্বাস্থ্যৱতী শিক্ষিতা মাতৃ-জাতি দিয়া, মই সবল সুদৃঢ় এটা জাতি গঢ়ি দিম।"

---

## —ষোড়শ—

অশেষ পৰিশ্ৰম, টোপনি খতি, ত্যাগ আৰু স্বাস্থ্য কিছু হানি কৰি, দেড় বছৰৰ পাছত নলীনে অসম জাতীয় ৰঙ্গমঞ্চ আৰু আৰ্ট গেলেৰী গঢ়ি তুলিলে। দৰ্শক প্ৰায় দুহাজাৰমান বহিব পাৰে, ৰঙ্গমঞ্চটি ধুনীয়া প্ৰাকৃতিক দৃশ্যৰে পৰিপূৰ্ণ। মস্কোৰ থিয়েটাৰৰ দৰে, অথচ অসমীয়া গঢ়ৰ, সকলো প্ৰকাৰ দৃশ্যপট দেখিলেই কব পাৰি, সকলো নতুন ধৰণৰ ; কিন্তু অলপ দকৈ চালে ধৰিব পাৰি, যে জ্বল-জ্বল পট্-পট্ হাড়ে-হিমজুৰে প্ৰতিটো দৃশ্যতে অসমীয়াৰ আমঠু সোমাই আছে। নলীনৰ কল্পনাবোৰ যেন সজীৱ হৈ প্ৰত্যেকটোৱে এটা ন ন ৰূপ লৈ, ইটাৰ চপৰাই চপৰাই সোমাই গৈছে। প্ৰাচীন কিছু শিলৰ মূৰ্ত্তি, স্তম্ভ, নক্সা, পুৰণি ছবি আৰু গঢ়নেৰে তেওঁ নকৈ গঢ়াই, তাৰ সাঁচেৰেই সকলো গঢ়ি তুলিলে। দেখিলে অনুমান হয় যেন পাশ্চাত্য ধৰণেৰে সজোৱা এটি বিৰাট ভৱন ; কিন্তু কিছুপৰ ৰ' লাগি চালে ধৰিব পাৰি প্ৰাগ্‌জ্যোতিষৰ নানা ধৰণৰ শিলৰ মূৰ্ত্তি লৈ বিচিত্ৰ ভাৱে সজোৱা এটি অপূৰ্ব্ব মন্দিৰ।

হঠাৎ চকু পৰিলে দৃষ্টি হৰি নিয়ে, আৰু অলপ চালে মনটো লৈ যায়, আৰু অলপ দকৈ চালে ভাবিবৰ কাৰণে সমল যোগায়। এটা প্ৰবাদ আছে যে শিল্পীবোৰ অলস, নিকৰ্ম্মা ;

কিন্তু কলা-নিপুণতাৰ বাহিৰেও যে কাৰ্য্য-কুশলতা শিল্পীৰ থাকিব পাৰে, নলীন তাৰে এটি উদাহৰণ। ভাল শিল্পী বুলি বন্ধু-বান্ধৱৰ মাজত নলীনৰ এটি সুখ্যাতি আছিল ; কিন্তু প্ৰায় অসমীয়া জাতিটোৱে অলীক এটা কল্পনা, বাস্তৱ ৰূপ দিব পৰা শক্তি যে তেওঁৰ আছিল সেই কথা কোনেও নাজানিছিল। কাৰবাৰী আৰু ঈৰ্ষান্বিত সকলেও নলীনৰ কামত প্ৰশংসামুখৰ হৈ উঠিল। কাৰবাৰী সকলে ভাবি নলীনক মিনতিৰে আহি কলেহি তেওঁ যেন তেওঁৰ অসমীয়া ফিল্মখন গঢ়ি তুলিবলৈ সহায় কৰে—কথাৰে, কামেৰে। ঈৰ্ষান্বিত সকলে কলে 'নলীনে নোৱাৰিলে পাৰিব কোনে?' অসমীয়া জাতিটোৰ প্ৰতি নিজৰ ভিতৰতেই যাৰ বিশ্বাস কম আছিল—সিও ভাবিলে 'আমিওতো পাৰোঁ, অসমীয়া পিচপৰা হব কিয়?'

ৰঙ্গমঞ্চ, দৰ্শক বহা ঘৰ, আৰ্ট গেলেৰী—ত্ৰয়োটা ঘৰ একে শাৰীতে লানি নিছিগাকৈ সজা। ধুনীয়া ফুলনি বহুত ৰকমৰ ফুল, আলিৰ পৰা সোমাই যোৱা লোৰ গেটখন পাৰ হৈ সক সক সেন্দুৰী আলি, কাষে কাষে পাপি, মেৰিগল্ড, চুইটপি, ডালিয়া, ব্লেকৰোজ, চম্পা, শেৱালী, টগৰ, হাচনাহানা। বাহিৰত বহিবলৈ সজাই থোৱা মাজে মাজে দুই এখন বেঞ্চ। তাত সোমালে টকা-পইচাৰ ৰাজ্যৰ পৰা যেন অইন এখন ৰাজ্যলৈহে সোমাইছোঁ, এনে লাগে। দৰ্শক-মঞ্চৰ বাহিৰত প্ৰকাণ্ড বাৰাণ্ডা। শাৰী শাৰী শিলৰ খুটা—তাৰ পৰা চাৰিখন প্ৰবেশ পথ। প্ৰত্যেক দুৱাৰৰ মুখে মুখে,

দুয়োফালে দুটিকৈ সজাই থোৱা ডাঙৰ অসমীয়া গঢ়ৰ শিলৰ প্ৰতিমূৰ্ত্তি। কলা ডাৱৰৰ দৰে সিহঁতৰ ৰং। খিড়িকী দুৱাৰৰ কাঠৰ চৌকাঠবোৰ ৰঙিন, হেঙুল আৰু হাইতাল বোলোৱা যেন লাগে। ৰঙ্গমঞ্চৰ ওপৰত চাৰিওফালে ৪টা গম্বুজ, ওপৰলৈ খাপৰি বন্ধা, উঠি যাব পৰা, ঘৰ ঘৰ। ৰাতি তাৰ পূৰা ওলোৱা বিজুলী চাকিৰ পোহৰবোৰ, ৰঙা-নীলা আইনাবোৰেদি, পৰিষ্কাৰ ভাবে ওলাই তাৰ গাম্ভীৰ্য্য দুগুণে বঢ়ায়। গম্বুজকিটাৰ চাৰিওফালে অসমীয়া, হিন্দী আৰু ইংৰাজীৰে পিতলৰ আখৰেৰে বৰ বৰকৈ লিখা 'অসম জাতীয় ৰঙ্গমঞ্চ' বহুত দূৰৈৰ পৰা জিলিকা। প্ৰত্যেক অসমীয়াই তাৰ কথা সুঁৱৰিলে বা দেখিলে গৰ্ব্ব অনুভব কৰে। দৰ্শক বহা ঠাই হাজাৰ হাজাৰ চকী, বেঞ্চৰে পৰিপূৰ্ণ—পৰিপাটিকৈ সজোৱা। বহাৰ ঠাইলৈ সোমাই যোৱা পথবোৰ আহল-বহল, ওলোৱা সোমোৱা কৰিবলৈ সহজ। দৰ্শকসকলে সকলো কোণৰ পৰাই ৰঙ্গমঞ্চৰ যেই সেই দৃশ্য আৰু অভিনয় সুন্দৰকৈ দেখা পায়। বেৰবোৰ আকাশী ৰং কৰা—তাত অসমৰ জাতীয় ডাঙৰ গায়ক, অভিনেতা, নাট্যকাৰ, কবি-সাহিত্যিক সকলৰ আৰু বিখ্যাত বুৰঞ্জীমূলক ঘটনা কিছুমান—যেনে শৰাইঘাটৰ ৰণ, পিয়লীৰ বিচাৰ, মণিৰামৰ ফাঁচি, অসমৰ বিখ্যাত প্ৰাকৃতিক দৃশ্য আদিৰ মনত চাব বহুৱা দৃশ্যপট। শাৰী শাৰীকৈ লগোৱা বিজুলী বিচনী আৰু হবেক ৰকমৰ বিজুলী চাকিৰ বাহ। আঁৰ কাপোৰৰ একাষে শ্ৰীশ্ৰীশঙ্কৰদেৱৰ এটি ডাঙৰ

মাৰ্ব্বোলৰ প্ৰতিমূৰ্ত্তি, তেওঁৰ লগে লগে ধেনুভিৰীয়া ভাবে সজাই থোৱা পিতলৰ, মাৰ্ব্বোলৰ অসম গঢ়োঁতা সকলৰ বহুত মৃন্ময় মূৰ্ত্তি।

আঁৰ কাপোৰখনিত জৰীৰ পাৰিৰে বনকৰা এটি বিৰাট অষ্ট ৰশ্মিৰ চিকমিকাই থকা সূৰ্য্য। সংস্কৃতেৰে কিবা লিখা আছে—অসমীয়াত 'প্ৰাগ্‌জ্যোতিষপুৰেই জ্ঞানৰ ভাস্কৰ প্ৰথম পোহৰ' আদি, যেন তাৰ পৰাই জ্ঞানৰ ৰশ্মিবোৰ চাৰিওফালে বিয়পি গৈছে চীনলৈ—ভাৰতলৈ—অষ্ট দেশলৈ। ৰঙ্গমঞ্চৰ ভিতৰফালে ভুমুকি মাৰি চালে ভাব হয় যেন এখন ৰহস্য ৰাজ্য নে স্বপ্ন ৰাজ্য—। শাৰী শাৰী চিকমিকাই থকা ক্ৰমান্বয়ে সৰুৰ পৰা ডাঙৰ হৈ যোৱা শৰাই, বহুত ধৰণৰ সহস্ৰ প্ৰদীপ, বস্তি, ধূপ-ধুনাৰে আমোদিত, ভাব বিভোৰ কৰা, অনাবিল ভাবে অহা এটি সুগন্ধ—চক্ৰাকাৰে পাতি থোৱা বহুত ধৰণৰ বনকৰা, সঞ্চ বৰ জাপি। অলপ সিফালে এটি নিৰ্ম্মল জোন--পৰিষ্কাৰ নীলা আকাশ, থুপি থুপি তৰা, তাৰ তলত এটি ধুনীয়া সেউজীয়া পৰ্ব্বত—এটি নিজৰা; তাৰ কাষে কাষে বনৰীয়া গছ-লতা, পাত-ফুল, সিফালে যেন এটি অসমীয়া নক্সাৰে কৰা খেৰৰ ঘৰ, তাৰ ওপৰত দুই এটা কোমোৰা আৰু সিফালে এটি চাংঘৰ—তাত মহ, পহুৰ শিং, বাঘৰ ছাল, নগা যাঠি আদি সজাই থোৱা। প্ৰয়োজন অনুসাৰে দৃশ্যবোৰ মুহূৰ্ত্তৰ ভিতৰতে সময়ৰ কাৰণে বৈ বৈ, আমনি নলগাকৈ, পৰিবৰ্ত্তন কৰিব পৰা। অভিনয়ৰ নিৰ্দ্দিষ্ট

ঠাই এৰি, দুফালে দুশাৰী ঠাই এৰি এৰি কৰা উইংস্।
সিফালে আহল-বহল ঠাই। একেলগে দৰকাৰ অনুসাৰে
হাজাৰ বাৰশ শিল্পী একেলগে ওলাই অভিনয় কৰিব পৰা।
শিল্পী সকলৰ কাৰণে বহিবলৈ এটি ডাঙৰ জিৰণি কোঠা;
সকলো সুখৰ সৰঞ্জামেৰে পৰিপূৰ্ণ। আকৌ প্ৰত্যেক শিল্পীয়ে
ব্যৱহাৰ কৰিব পৰাকৈ এটি এটি বেলেগ কোঠা, ৰূপ সজ্জাৰ
আহিলা-পাতিৰে ভৰপূৰ। ড্ৰেচিং টেবুল, টাৱেল, চাবোন,
চৌবাচ্চাত পানী আদিৰে সকলো যোগাৰ-যন্ত্ৰ সম্পূৰ্ণ।

আৰ্ট গেলেৰী—শাৰী শাৰী সুসজ্জিত, চকুৰে মনালৈকে
বিভিন্ন ভাবে সজোৱা; মহাপুৰুষ সকলৰ পৰা আৰম্ভ কৰি,
বৰ্ত্তমান অসমীয়া নেতালৈকে ছবিৰ বিৰাট সমাবেশ।—
থাকে থাকে ন-পুৰণি সাঁচি-পাত আদিৰ প্ৰাচীন পুথি,
হাজাৰ হাজাৰ বছৰৰ প্ৰাচীন, নিয়মিত ভাবে ৰখা শিলৰ
মূৰ্ত্তি, বহুত নগা মাকো, আবৰ জীন আদিৰ, অসমীয়া
বোৱনীৰ কাৰুকাৰ্য্য-খচিত ফুলাম বনকৰা, পাট-মেজাংকৰীৰ
পৰা আৰম্ভ কৰি, গামোছালৈকে গোটেই আৰ্ট গেলেৰীটো
ভৰা। হাতী দাঁত, শঙ্খ, কাঁহ-পিতলৰ সুন্দৰ সুন্দৰ ভাবে কৰা
মাল-পত্ৰ, অসমীয়া ঠাচেৰে গঢ়া ন-পুৰণি সোনৰ অলঙ্কাৰৰ
নক্সা। চাই চাই দুই-এদিনতে অন্ত কৰিব নোৱাৰি। সিফালে
আন এটি কোঠা, অসমীয়াৰ সকলো ধৰণৰ বাদ্যযন্ত্ৰে
পৰিপূৰ্ণ। ডবা, শঙ্খ, কাঁহ, ভোৰতাল, ক্যেচু ফুলুং আৰু
হাজাৰ হুবেক ৰকমৰ। অন্য এটি সৰু কোঠাত ভৌগোলিক

মানচিত্ৰ, গ্লোব আদি। বিশেষকৈ মন কৰিব লগীয়া পুৰণি কামৰূপ অসমৰ এখনি বিৰাট মানচিত্ৰ—কোচবিহাৰৰ পৰা কুণ্ডিললৈকে সীমাৰেখা অঁকা। প্ৰাগ্‌জ্যোতিষপুৰৰ ৰাজধানী, জ্ঞানৰ গভীৰ আলোচনা কৰা, প্ৰাকৃতিক মনোহৰ ঠাই। তাৰ লগে লগে বৰ্ত্তমান গুৱাহাটীৰ বিজনিমূলক আন এখনি চিত্ৰ, ভগা-ছিগা লেতেৰা ঘৰবোৰ, একা-বেঁকা ওখোৰা-মোখোৰা সৰু-বৰ ভঙা শিলৰ ৰাট-পদূলিবোৰ, অস্বাস্থ্যকৰ নৰ্দ্দমাবোৰ আদি অঁকা। আৰু অলপ সিফালে, এখন বেৰত টুকুৰা টুকুৰকৈ কটা, অসমৰ বৰ্ত্তমান মানচিত্ৰ, পূৰ্ব্বাচল গঠন কৰিবলৈ যেন দুজনমান ভাৰতীয়ই কাছাৰ চিলেট লৈ টনা আজোৰা কৰিছে, বৃহৎ বঙ্গ কৰিবলৈ গোৱালপাৰা কাটিবলৈ এখন কাচি উলিয়াই যেন অন্য এজনে তপ তৈয়াৰ হৈছে, কৈছে 'আমাদেৰ বৃহৎ বংলা'। কামৰূপৰ এজনে বুকুত চপৰীয়াই কৈছে—'মই কামৰূপীয়া', শিৱসাগৰৰ মানচিত্ৰত এজনে ভ্ৰুকুটি কৰি কৈছে, 'মই ৰংপুৰীয়া' আদি। তাৰ তলতে এগৰাকী ফটা-চিতা তাপলীমৰা, পাট কাপোৰ পিন্ধা তিৰোতা, চুলি আউলী বাউলী, শৰীৰৰ সৌষ্ঠৱ সৌন্দৰ্য্যৰে ভৰপূৰ, চকুত মুকুতাৰ মালাৰ দৰে টোপ-টোপকৈ ওলাই অহা দুধাৰি চকুলো, নিৰাশ্ৰয়া, নিঃসহায়। তেওঁৰ তলত অসমীয়া আখৰে লিখা আছে 'অসম মাতৃ'। তেওঁৰ হীৰা-মাণিক-মুকুতাৰে গঢ়া মুকুটটি এজন ইউৰোপীয়ই কাঢ়ি লৈ আহিছে, এজন মাৰোৱাৰীয়ে কিহবাৰ এটি

টোপোলা বাওঁহাতে ধৰি তেওঁৰ হাতৰ কাণৰ অলঙ্কাৰবোৰ এডাল এডালকৈ সোলোকাইছে, এজন পঞ্জাবীয়ে যেন তেওঁৰ হীৰাৰ আঙঠিটো সোলোকাই লৈ আহিল। বিহাৰী, উৰিয়া, হিন্দুস্থানী, বিশেষকৈ মৈমনচিঙিয়া এজাকে তেওঁক যেন চাৰিওফালৰ পৰা আক্ৰমণ কৰিব খুজিছে। তেওঁ যেন উগ্ৰ. তীক্ষ্ণ, শক্তিমান চকুৰ জ্যোতিৰে সিহঁতক আঁতৰাই ৰাখিছে। এইবিলাকৰ কিছু দূৰত, তাপলিমৰা, আঠুলৈকে পৰা, এখন মলিয়ন ধুতি পিন্ধি এজনে বহি, বাঁহৰ ধোঁৱাখোৱা এটা লৈ, বৰ মচ্‌গুল হৈ কিবা এটা টানি, গোটেইখন ধোঁৱাময় কৰি, স্তিমিত নেত্ৰে 'আয়েক'ক চাইছে, নিঃসহায় ভাবে। দৈনন্দিন অহা দৰ্শকসকল এই কোঠাটোতে ভীৰ খায়হি। ইয়াতেই তেওঁলোকৰ সময় বহুখিনি যায়। এই দৃশ্য-পটৰ আলোচনা কৰোঁতে বহুতেই আকৌ কয় "স্বাধীন ভাৰতত এনে চিত্ৰৰ প্ৰয়োজন নাই, কিয়নো গোটেই ভাৰততে আজি সকলোৰে সমান অধিকাৰ, ইয়াৰ পৰা কেৱল প্ৰাদেশিকতাৰ প্ৰচাৰহে হয়"। এই কথাখিনি অৱশ্যে ডাঙৰ নেতা আৰু যাৰ স্বচ্ছল অৱস্থা তেওঁলোকেই কয়। সৰ্ব্বসাধাৰণ অসমীয়াই ইয়াৰ অৰ্থ সহজ সৰল ভাবে লৈ ভাবে—"হয়তো, আমাৰ দেশৰ অৱস্থা আজি এনেকুৱাই—"।

নলীনে আৰু তিনি মাহ তেওঁৰ লগত কাম কৰা আঢ়ৈশ কৰ্ম্মী, প্ৰায় ডেড়শমান শিল্পী অহৰ্নিশে খাতি, অসম জাতীয়

মঞ্চ উদ্বোধন কৰিবলৈ আয়োজন কৰিলে—। গোটেই অসমৰ সকলো জাতিৰে যেন শিল্পবিলাক প্ৰদৰ্শন কৰিবলৈ সকলোৱে সমান স্থবিধা পায়, তাৰ ব্যৱস্থা কৰিলে। বিখ্যাত নাট্য মন্দিৰ যেনে গোৱালপাৰা, ধুবুৰী, তেজপুৰ, গুৱাহাটী, নগাওঁ, যোৰহাট, ডিব্রুগড় আদিৰ বিখ্যাত অভিনেতা-অভিনেত্ৰী আদিলৈ, তেওঁলোকৰ সহায় সহানুভূতি বিচাৰি উদ্বোধন উৎসৱৰ কেইদিন যাতে সকলো ৰকমে সহায় কৰে, তাক উন্মুকিয়াই নিমন্ত্ৰণী পঠালে। পৰ্ব্বত, ভৈয়ামৰ নৃত্য-গীতত কলানিপুণ পাৰদৰ্শী সকলক আগতে মতাই অনালে। উদ্বোধন কৰিবলৈ পণ্ডিতজি, ৰাজাগোপালাচাৰী আদিলৈ সবিনয়ে লিখিলে—উদ্দেশ্য বৰ্ণাই ভালকৈ বুজাই। তেওঁলোকৰ দুই এজনৰ উত্তৰ আহিল। তেওঁ-লোকেও লিখিলে—নলীনে এইটো এটা ডাঙৰ কাম কৰিছে। আজিৰ জাতিৰ জীৱন-মৰণ সমস্যাৰ সমাধান কৰিবলৈ হলে, জাতীয় ৰঙ্গমঞ্চ একোটাৰ প্ৰয়োজনৰ কথা। সময় আৰু স্থবিধা হলে, বিচিত্ৰ অসম, নৃত্য-গীত মুখৰিত অসমৰ নিখুঁত চিত্ৰ চাবলৈ, তেওঁলোকে কেতিয়াও অৱহেলা নকৰে। নানা চিত্ৰ আৰু লিখনীৰে অসমৰ বাহিৰেও বহুত কাগজতো এই উৎসৱৰ কথা প্ৰচাৰ কৰা হল—। অসমৰ প্ৰায় ঠাইতে এৰোপ্লেনেৰে প্ৰচাৰ পত্ৰ, ছবি সহ হাজাৰ হাজাৰ বিলোৱা হল। পৰ্ব্বতীয়া ৰাইজ আৰু গাৱঁলীয়া ৰাইজ সমূহৰ কাৰণে বিশেষ বেলেগ বন্দবস্ত কৰা হল—গোটেই

অসমৰে যেন এটি বিশেষ জাতীয় উৎসৱহে। ভাৰতৰ, নানা ঠাইৰ পৰা দৰ্শক আৰু নিমন্ত্ৰিত আলহী সকল আহিব বুলি নিতৌ চিঠি আহিবলৈ ধৰিলে। ৰবীন, বীণা, প্ৰবীণ, নন্দলাল, সকলোৱে তেওঁক কোনটো কেনে কৰিলে সুবিধা হব, ভাল হব, সেইদৰে দিনে ৰাতিয়ে তেওঁৰ লগত খাটি মেলি দিবলৈ ধৰিলে। মীৰাৰো এই আয়োজনত যেন খাটি খাটি হেপাহ নপলায়, যেন খাটিয়েই থাকিব, এনে ভাবে অদম্য উৎসাহেৰে কাম কৰি গল। সাত দিন এই জাতীয় সংস্কৃতিৰ সমাৰোহেৰে উৎসৱ পাতিবলৈ এখনি সুচিন্তিত পৰিকল্পনাৰ আঁচনি তৈয়াৰ কৰি ৰবীনে নলীনক কলে—"চাৰা, যাতে কৰ্ত্তব্যৰ পৰা ভৰি পিছলি নপৰে, সদৌ ভাৰতে আজি নিৰ্ণিমেষে অসমলৈ চাই আছে। ভাৰতেও আজি এটা জাতীয় ৰঙ্গমঞ্চ গঢ়ি তুলি লব পৰা নাই, বা কোনেও তাৰ কথা কল্পনাও কৰা নাই। অসমৰ ওপৰত সেই কাৰণেই সকলোৰে চকু। আমাৰ এই প্ৰথম কাম সুকলমে সমাধা হলে, ভাৰতৰ নানা ঠাইত, বিশেষকৈ দিল্লীত, সদৌ ভাৰতীয় কৃষ্টি সভ্যতাৰ এটি বিৰাট ৰঙ্গমঞ্চ গঢ়িবলৈ আমি অসমৰ পৰা এখন আঁচনি দিম। মস্কোৰ আৰ্ট থিয়েটাৰ আজি এখন বিখ্যাত আৰু ঈৰ্ষাৰ বস্তু। ভাৰত চৰকাৰে যদি আমাক সহায় কৰে, তেন্তে দিল্লীৰ ভাৰতীয় জাতীয় ৰঙ্গমঞ্চও পৃথিবী-বিখ্যাত আৰু আৰ্টৰ এটি বিৰাট চিত্ৰ-ঘৰ হব। বিভিন্ন প্ৰদেশৰ নৃত্য-গীত, অভিনয়, নাটক,

নাট্য, কালচাৰ, পেইন্টিং আদিৰ—” নলীনে হাঁহি কয়—“আস্তে ধীৰে।” ৰবীনে কয়—“তীব্ৰ দৰে ক্ষিপ্ৰ গতিৰে।”

ৰবীনে সেই কথা এৰি, নন্দলালক মাতি আনি, ভাৰতৰ বিশিষ্ট শিল্পী আৰু বিখ্যাত বহুত নেতাৰ কাৰণে সুবিধা কৰি সজা শাৰী শাৰী কোঠাবোৰ দেখুৱাই দেখুৱাই কলে, “তেওঁলোকৰ খোৱাৰ ভাৰ আপোনাৰ হাততেই।”

নন্দলালে কলে হাঁহি হাঁহি, “ডাঙৰ ডাঙৰ চাপাটী বনালেই হল।”

বিজুলী শক্তিৰ যোগান কম হব বুলি ইলেক্‌ট্ৰিচিটিৰ মেনেজাৰে ৰিপৰ্ট দিয়াত, নন্দলালে তাৰো অন্য ৰকমে সুবিধা কৰি দিলে।

বীণাইও নলীনক—ইংৰাজসকলে কাৰ্য্য-ক্ৰমণিকা কেনেকৈ কাকো আমনি নিদিয়াকৈ সুসম্পাদিত কৰে, তাৰ কথা কৈ, কলে যে ডিচিপ্লিনেই কৃতকাৰ্য্যতাৰ প্ৰথম সোপান। সকলো শিল্পীয়ে আখৰে আখৰে ইয়াক পালন কৰিলেই, ‘হাফ দি চক্‌চেচ’ হল বুলি ধৰিব। নৃত্য, গীত, অভিনয়বোৰত ৰিপিটিছন বাদ দি, চমুৱাই দিলে সোৱাদ-লগা আৰু উপভোগ্য হব বুলি, উপদেশ দি কাৰ্য্য-ক্ৰমণিকাৰ ভাৰ, নলীনৰ লগত আলোচনা কৰি নিজেই ললে। নলীনে মাথো কাৰ্য্যক্ৰমণিকাখন এনেকৈ ভগাই দিলে (১) কামৰূপৰ প্ৰাচীন শিল্প, ভাস্কৰ্য্য, নৃত্যসমূহ (২) অসমৰ মধ্যযুগৰ শ্ৰীশঙ্কৰদেৱৰ শিল্প, নাট, নাটক, নৃত্য-গীত, বাদ্য, ভাওনা,

বিভিন্ন সত্ৰৰ বিৰাট সম্ভাৰ সমূহ। (৩) পৰ্ব্বতীয়া জাতিবোৰৰ সাজ-পাৰ কাপোৰ বোৱা প্ৰথা, গীত-বাদ্য, নাচবোৰ ( ৪ ) অসমৰ বৰ্ত্তমান প্ৰচলিত লোক-নৃত্য-গীত সমূহ। ( ৫ ) অভিনয় সমূহ যেনে—কুমৰ হৰণ, পিয়লি ফুকন, মণিৰাম দেৱান, শকুনিৰ প্ৰতিশোধ, সমাজিক নাট পৰিণতি আদি। ( ৬ ) বুৰঞ্জীবিদ, কবি, নাট্যকাৰ, লিখক সকলৰ সংযোজক এখনি আলোচনা সভা। ( ৭ ) আধুনিক যুগৰ মিশ্ৰ নৃত্য-গীত। ( ৮ ) অসমত ফিল্ম শিল্প চিৰস্থায়ী কৰি গঢ়ি, সদৌ ভাৰততে তাৰ প্ৰচাৰ কাৰ্য্য আৰু মাৰ্কেট উলিয়াবলৈ ফিল্ম অভিনেতা-অভি[illegible], পৰিচালক সংগঠক সকলৰ আলোচনা আৰু কাৰ্য্যকৰী পন্থা অৱলম্বন আদিৰ বিষয়ে পৰ্য্যালোচনা। ( ৯ ) অসমীয়া ফিল্ম প্ৰদৰ্শন। (১০) কৌতুক, কেৰিকেচাৰ, ধেমেলীয়া নাটক অভিনয়। ( ১১ ) ব্যায়াম, স্বাস্থ্যৰ প্ৰদৰ্শন; সৰু সৰু লৰা-ছোৱালীৰ নৃত্য-গীত; জুভেনাইল থিয়েটাৰ—। শেহৰ দিনা সদৌ ভাৰতবৰ্ষৰ পৰা নিমন্ত্ৰিত, বিখ্যাত অতিথি আৰু সৰু-বৰ সকলো শিল্পীকে লৈ এখন ভাৰতীয় শিল্প সঙ্ঘ প্ৰতিষ্ঠা কৰাৰ সম্ভবপৰ এখনি আঁচনি তৈয়াৰ কৰা। আৰু সৰ্ব্বশেহৰ দিনা সকলো ভাৰতীয়ৰে এটি প্ৰীতি খোৱা-লোৱাৰ উৎসৱ ইত্যাদি আৰু বহুতো।

দিনবোৰ যায়, কৰ্ম্মব্যস্ততাৰ মাজতে যায়—কেনেকৈ যায়, কোনেও নাজানে। চাওঁতে চাওঁতে, ১৬ মাৰ্চ্চৰ

সকলোৱে ভাবি চিন্তি ধাৰ্য্য কৰা দিনটো পালেহি। ......
ৰাতিপুৱাৰ পৰা সন্ধিয়া ৬ বজালৈ আৰু কেতখিনি সময়,
নিচেই চমু। আগদিনা অসমৰ সকলো শিল্পীয়ে, ব্ৰত উদ্‌যাপন
কৰি ৰাতিপুৱা নটভৈৰৱ—সত্যম্ শিবম্ সুন্দৰমৰ পূজালৈ
আগভাগ বঢ়ালে। ইতিমধ্যে দোকান, মেলা, অতিথি, ভাৰতীয়
শিল্পী, অসমৰ বিখ্যাত অভিনেতা, অভিনেত্ৰী, নৃত্যপটীয়সী
আদিৰ ঢৌ গোট খাই খাই, এখনি যেন জনসমুদ্ৰহে
হ'ল। উদ্বোধনৰ দিনটোৰ মুহূৰ্ত্তবোৰ গণি গণি, পাঁজি-পুথি
আৰু বিশেষ পণ্ডিতৰ হতুৱাই চোৱাই-চিতাই, নলীনে ঠিক
কৰিছিল। সেইদিন, যিদিনা নগৰীখন ফাকুৱাৰ ফাকুৱে ৰাঙলী,
ৰঙালী অলকাপুৰীত পৰিণত হৈছিল—দোল উৎসৱৰ দিনা,
যিটোৰ উপলক্ষে ডেকাগিৰিৰ দ্বাৰা অসমীয়া প্ৰথম নাটক
"চিহ্ন যাত্ৰা" ৰচিত, আৰু ভায়েক বনগঞাগিৰি গায়ন, নিজে
বায়ন হৈ সৰ্ব্বজয় আৰু পৰমানন্দক নটুৱা পাতি, আন আন
সকলোকে ভাও ভগাই, সেই ভাওনা প্ৰথম পতা হৈছিল,
সেই দিনাই "অসম জাতীয় ৰঙ্গমঞ্চৰ উদ্বোধনৰ দিন।"

কিছু সময়ৰ আগতে, নিজ নিজ আসন লবলৈ বিৰাট জনতা
আহি গোট খালেহি। অসমীয়া নাট-মন্দিৰৰ কাৰুকাৰ্য্য
দেখি সকলোৱে একে বাক্যই প্ৰশংসা আৰু তাৰ গঢ়
দিওঁতাক অন্তৰেৰে শলাগ লৈ কলে—"অসমতো প্ৰতিভাবান
শিল্পীয়ে জন্ম গ্ৰহণ কৰে, যি ভাৰতবৰ্ষৰ শিল্পকে নকৈ
আজি গঢ় দিব পাৰে"—ভাৰতীয় শিল্পীসকলে তেওঁৰ প্ৰতি

শ্ৰদ্ধান্বিত হৈ মূৰ দোৱালে। ৰাশি ৰাশি বিজুলী চাকিৰ ৰশ্মি জ্বলি, গোটেইখন স্বপ্নৰ স্বৰ্গপুৰী কৰি তুলিলে। আৰু বেছি সময় নাই। গম্বুজ এটাৰ পৰা অসমীয়া সুৰ সং-যোজনা কৰা এটি সুৰ বিউগোলত বাজি উঠিল। সকলো নিস্তব্ধ, নিৰল, কাঁহ পৰি জীণ যোৱা। বিউগোলৰ সুৰ শেষ হোৱাৰ লগে লগেই, ৰঙ্গমঞ্চৰ ভিতৰৰ পৰা, হাজাৰ নাৰীকণ্ঠৰ মঙ্গল ধ্বনি, সুললিত উৰুলিৰ ৰোল উঠিল, তাৰ লগে লগেই, ২৫ টা শঙ্খৰ আকাশভেদী যোৱা পৱিত্ৰ ধ্বনিৰ শব্দ লহৰীয়ে নিজম কৰি পেলালে। তাৰ লগে লগেই ৩০ খন অসমীয়া বৰ বৰ কাঁহত শব্দ হল—ঘং-ঘং। তাৰ প্ৰতিধ্বনি মাৰ যোৱাৰ লগে লগেই ১০ জোৰ ভোৰতাল বাজি উঠিল জম্ জম্—নাগাৰা, ঢৰা বাজিল ডুডুম ডুডুম ডুম্। সকলো ফালে নিয়োজিত কৰা লাউডস্পিকাৰ বোৰে শব্দ-তৰঙ্গবোৰত জন-জনাই ৰজন জনাই দিলে।

সেই শব্দই সকলো দৰ্শককে আকৰ্ষণ কৰি তেওঁলোকক যেন অন্য এখন ৰাজ্যলৈ তৎক্ষণাত টানি লৈ গল। আকৌ নিস্তব্ধ।

ভাৰতবিখ্যাত, একেলগে শিল্পী আৰু শ্ৰদ্ধাবান নেতা এজনে উদ্বোধন কাৰ্য্য সমাপন কৰি ৰহিল।

ৰঙ্গমঞ্চত এটি ঝঙ্কাৰ উঠিল, একেলগে ঢৰা, শঙ্খ, কাঁহ বাজিল। অস্তমিত সূৰ্য্য থকা আঁৰ কাপোৰখনি উৰি উৰি যেন আকাশতে নাইকিয়া হৈ গলগৈ। ৰঙ্গমঞ্চৰ ভিতৰত

আউনীআটী সত্ৰৰ নামঘৰৰ প্ৰকাণ্ড শাৰী শাৰী খুটাবোৰ, মণিকূটলৈকে দেখা গ'ল। সোমাজতে মণিকূটিও স্পষ্টভাবে বহুদূৰৰ পৰাই মণিব পৰা হল। অদূৰত শ্ৰীশ্ৰীআউনী-আটীয় গোঁসাই প্ৰভু ওখ এখন বেদীত বহি। তেখেতৰ আগত সুন্দৰ ৰূপ-সোণৰে তৈয়াৰী সৰু, বৰ শৰাই কেবাখনো। নিৰ্ম্মালিৰ শৰাইখন সিফালে। আলধৰা দুজন ওচৰতে আঠু কাঢ়ি। পবিত্ৰ জ্যোতিৰে পৰিপূৰ্ণ, নিৰ্ম্মল ঐশ্বৰিক শক্তিৰে প্ৰভাৱান্বিত মুখখনি, দৰ্শক সকলৰ ফালে ধীৰে ধীৰে ঘূৰাই, হাতখনি আগবঢ়াই, শান্তি বচন বুলিলে। অধিকাৰক দেখি সকলো দৰ্শকবৃন্দই, নিজৰ নিজৰ ঠাইৰ পৰা উঠি, ভক্তিৰে নমস্কাৰ কৰি আকৌ বহিল।

স্থিৰ গম্ভীৰ ভাবে তেখেতে কবলৈ ধৰিলে—"ওঁ শান্তি, সকলোতে শান্তি বিৰাজক! আমি গোবিন্দৰ কৃপাত, এই অসম জাতীয় ৰঙ্গমঞ্চৰ উদ্বোধন কাৰ্য্যত, স্বস্তি বচন বুলিবলৈ পাই সবৈষ্ণবে বৰ আনন্দিত হৈছোঁহঁক। মঙ্গলময় ভগবানে সকলোৰে মঙ্গল কৰক। এই জাতীয় ৰঙ্গমঞ্চ অসমীয়া জাতিৰ এটি অভাৱনীয় অনুষ্ঠান। ইয়াৰ গৌৰৱ যাতে সকলোতে প্ৰচাৰ হয়, তাৰ বাবে আন্তৰিক শুভেচ্ছা কামনা কৰিলোঁ। খোৱা-লোৱাটোৱেই মানুহৰ সভ্যতা, সংস্কৃতি নুবুজায়। নৃত্য-গীত, সাহিত্য, পদ্য, নাট-নাটক, আচাৰ ব্যৱহাৰ, ধৰ্ম আদিয়েই সভ্যতা আৰু সংস্কৃতিৰ মাপকাঠি। এই ৰঙ্গমঞ্চই তাৰ ৰূপ দিয়ে। ই এটা জাতিৰ সংস্কৃতিৰ প্ৰতীক। সৰ্ব্বশেষত এই

আমি এতেদিনে, এটি এনে ধৰণৰ অনুষ্ঠানৰ অভাৱ ৰবকৈয়ে অনুভৱ কৰা হৈছিল। ইয়াৰ কাৰ্য্যকাৰক সকলক, বিশেষকৈ নলীন বোপাক, আমি সবৈৰুৱে আন্তৰিক শলাগ লৈ আশীৰ্ব্বাদ জনাইছোঁ।" শেহত ইয়াকে উল্লেখ কৰি সমাপতি কৰিবলৈ গৈ কলে, "সবশেহত নৃত্যকাৰ আৰু সঙ্গীতজ্ঞসকলৈ দিয়া, ভৰত মুনিয়ে বুকুৰ তেজেৰে লিখা, বেদনাৰ বাণী উদ্ধৃত কৰি সামৰি থোৱা হল।

"মা বৈ প্ৰণশ্যতামেতন্নাট্যং দুঃখাৎ প্ৰবৰ্ত্তিতম।
মহাশ্ৰয়ং মহাপুণ্যং বেদাঙ্গোপাঙ্গ সম্ভবম্॥

আকৌ এটি মধুৰ শব্দ হল জিন জিন আৰু অস্ত এখন আঁৰ কাপোৰ মাজতে আহি পৰিলহি। হঠাৎ যেন আউনীআটীৰ নামঘৰটি নাইকিয়া হ'ল।

স্পষ্ট ভাবে নলীন, ৰবীন, নন্দলালক ৰঙ্গমঞ্চৰ সোঁমাজত দেখা গল। তেওঁলোকে মৃদুভাবে খোজ চলাই পাদ-প্ৰদীপৰ ওচৰত থিয় হৈ, সভক্তিৰে দৰ্শকবৃন্দক প্ৰণতি জনালে। ৰবীনে মধুৰ ভাষাৰে মাইক্ৰফোনটোৰ আগত কবলৈ ধৰিলে—"শ্ৰদ্ধেয় সুধীবৃন্দ!

এই ৰঙ্গমঞ্চৰ গঢ় দিওঁতাসকলক চিনাকি কৰি দিয়াটো মোৰ পবিত্ৰ কৰ্ত্তব্য বুলি ভাবোঁ। ইয়াৰ ৰূপ দিওঁতা—নলীন,—( তেওঁক দেখুৱাই, নলীনেও সকলোকে নম্ৰভাৱে নমস্কাৰ জনায় ) আৰু ইয়াৰ গঢ় দিওঁতা নন্দলাল কিশোৰী লাল,—"( তেৰোঁ তেনে কৰে ) গোটেই দৰ্শকমঞ্চ চাপৰিৰ

শব্দত কঁপি উঠিল। হাতেৰে নম্রভাবে ৰবীনে সকলোকে শান্ত হবলৈ কৈ আকৌ কলে—"ৰঙ্গমঞ্চবোৰ এটা জাতিৰ প্রতিবিম্ব, এখনি দাপোণ, তাত জাতীয় জীৱন প্রতিফলিত হয়। ৰঙ্গমঞ্চটিয়ে সকলো মনোবৃত্তিকে ৰক্ষা কৰে। অভিনয়ৰ মাজেদি একোটা জাতি গঠন কৰিব পৰা যায়। আত্মৰক্ষাৰো ই এটি প্রয়োজনীয় কবচ। ৰাচিয়া, ইংলণ্ড, আমেৰিকা আদিৰ ৰঙ্গমঞ্চবোৰে যোৱা মহাসমৰৰ সময়ত কেনেকৈ শত্রুৰ বিৰুদ্ধে আত্মৰক্ষা কৰিবলৈ অজস্র শক্তি যোগান দিছিল—তাৰ কথা বোধহয় সকলোৱে জানে। তাক ৰক্ষা কৰিবলৈ হলে সদৌ ৰাইজৰে অর্থাৎ গোটেই জাতিটোৰে অদম্য শক্তি প্রয়োগ কৰা একান্ত বাঞ্ছনীয়। সবিনয় ভাবেৰে সকলোকে মিনতি জনাইছোঁ, যেন আমাৰ এই জাতীয় ৰঙ্গমঞ্চটো ৰক্ষা কৰিবলৈ সকলোৱে সকলো কালে সহায় কৰে।"

সম্পূর্ণ কার্য্যতালিকা আৰম্ভ হোৱাৰ সতর্ক সঙ্কেতৰ চিন কাঁহ এখনত কোব পৰিল—। ৰঙ্গমঞ্চৰ ভিতৰত সেউজীয়া লাইটবোৰ জ্বলি উঠিল। হঠাৎ যেন ৰবীন, নন্দলাল, নলীন ৰঙ্গমঞ্চটিৰ ভিতৰতে অন্তর্দ্ধান হল। আৰু এখনি পর্দ্দা উঠিল। অসমৰ এখনি বিৰাট মানচিত্র, তাত পেট্রোলিয়ম, চাহ, কয়লা, কাঠ আদিৰ ঠাইবোৰ স্পষ্টভাবে দেখুৱা, লগে লগে প্রাকৃতিক দৃশ্যবোৰো পৰিষ্কাৰ ভাবে ফুটি ওলাইছে, —পর্ব্বত, নৈ, নিজৰা জলপ্রপাত আদিৰ। লয়-লাসেৰে

অসমীয়া সৌন্দৰ্য্যৰ প্ৰতিচ্ছবি গাভৰু বীণা, শুৱনী অসমীয়া সাজ পিন্ধি ওলাই আহি সকলোকে নমস্কাৰ কৰি, ৰঙ্গমঞ্চৰ পৰা এমুঠি মাটি লৈ কবলৈ ধৰিলে। তেওঁৰ কণ্ঠৰ পৰা ওলোৱা শুৱলা, মৰমী, সাদৰী কথাৰ সুৰবোৰে সকলোকে অভিভূত কৰিলে। তেওঁ বিনয় আৰু আবেগত কলে—*

"অসমা নিৰুপমা স্বৰ্গাদপি গৰিয়সী জন্মভূমি, হিৰণ্ময়ী, কণক-প্ৰসৱিনী মোৰ অসম। তেওঁৰেই এমুঠি মাটি, মাটিৰ অসম, এই এমুঠি মাটি, তাত ফুলে হীৰা, মাণিক-মুকুতা, প্ৰৱাল, বাখৰ, মণি-মৰকত, নীলৰত্ন, পাৰিজাত, নাগেশ্বৰ, সিংহচম্পা, চন্দন, অগৰু, দেৱদাৰু। এই মাটিত গজে সুবৰ্ণ কমল চাহ, পেট্ৰোলিয়ম, কয়লা, কাঠ, মৰাপাত। অজস্ৰ অজস্ৰ, কোটি কোটি টকা আৰু এই এমুঠি মাটিয়েই আৰ্য্য মঙ্গোলিয়ানৰ সংস্কৃতি সভ্যতাৰ সংমিশ্ৰণৰ ভাৰতত প্ৰথম ভূমি। এই সংমিশ্ৰিত সভ্যতাই ভাৰতৰ সভ্যতাৰ প্ৰথম পোহৰ। "ডিস্কভাৰি অৱ্ ইণ্ডিয়া"ত "আন্‌ডিস্কভাৰ্ড আসাম" ভাৰতৰ মুকুটমণি ; নানা জাতিয়ে, নানা ভাষা-ভাষীয়ে বাস কৰা পবিত্ৰ ভূমি, অসম, "এপিট'ম্ অৱ্ ইণ্ডিয়া।"

কথাৰ ওৰ পেলায় নমস্কাৰ কৰাৰ লগে লগেই 'গ্ৰীণৰুম্'ত ৬ বজাৰ কোৰ পৰিল। ৰঙ্গমঞ্চটি ৩০ চেকেণ্ডৰ কাৰণে অলপ অন্ধকাৰ হল, সুৰ সমলয়ৰ সকলো বাদ্য-যন্ত্ৰৰ ঝঙ্কাৰে, দৃশ্যপট, সূক্ষ্ম কল্পনাও পৰিবৰ্ত্তন কৰালে। দিন যেন কৰা লাইটবোৰ জ্বলি উঠিল—ৰঙ্গমঞ্চৰ ভিতৰত দেখা. গল—

সহস্ৰ বন্তি জ্বলোৱা বহুত গছা, ধূপ-ধুনা—থাক্-থাক্ শৰাই। আগত ঢাকি থোৱা প্ৰকাণ্ড শৰাই তুখন ফুলেৰে উপচি পৰা, ৰহস্য ভাব জগোৱা ধুনাৰ ধোঁৱাবোৰ, কুণ্ডলী পাক খাই ওপৰলৈ উঠি যোৱা ধূপৰ মৃদু গোন্ধ সচাকৈয়ে ভাল লগা। প্ৰাৰ্থনাৰ দৃশ্যত—কুৰি পঁচিশজনী ছোৱালী আৰু পুৰুষ শিল্পীয়ে মৃদু মধুৰ ঝঙ্কাৰে গাবলৈ ধৰিলে—

'এ জয় ৰঘু নন্দন এ ৰাঘৱ ৰামে জয়।
মোকে কিনা কিনা হৰি এই মোকে কিনা কিনা জয়॥

আৰতিৰ নৃত্য ভঙ্গিমাৰে শাৰী শাৰী হৈ, উইংচ্ পাৰ হৈ, শিল্পীসকল ওলাই যোৱাৰ লগে লগেই, লাইটৰ ৰহণ সলনি হল। নানা ৰঙৰ প্ৰকাণ্ড লাইটবোৰ জ্বলি উঠিল। কেৱল পশ্চাৎ পটৰ জিলিকি থকা বিৰাট সূৰ্য্যটো দেখা গল। সঙ্গীতৰ লয় দ্ৰুত হল, নাগাৰা কাঁহত সঘনে কোব পৰিল। এটি এটিকৈ শিল্পী ওলাই, নৃত্য-ছন্দেৰে প্ৰবেশ আৰু প্ৰস্থান কৰিলে। শ্ৰীশ্ৰীশঙ্কৰদেৱ পৰিকল্পিত প্ৰথা অনুসাৰে, দৰ্শক সকলক আৰু ভগৱানক প্ৰাৰ্থনা জনাই, নান্দী গায়। আঁৰ কাপোৰ পৰিল। ইয়াৰ পাছতেই কামৰূপ সৃষ্টি নৃত্য। সতীয়ে দেহ ত্যাগ কৰাৰ পাছত, উমানন্দত ধ্যানস্থ শিৱৰ কামদেৱে তপ ভঙ্গ কৰাত, কামদেৱ ভস্ম, আৰু ৰতিৰ প্ৰাৰ্থনাত আকৌ তেওঁৰ পুনৰ ৰূপ দিয়াৰ কাৰণেই এই কামৰূপ নামটি লৈ এই প্ৰাচীন কামৰূপৰ নৃত্য প্ৰদৰ্শিত হয়। এজন সুকণ্ঠ, সুদৰ্শন ডেকাই দৰ্শক সকলৰ বুজিবৰ অৰ্থে, আঁৰ

কাপোৰৰ বাহিৰে আহি, মাইক্রফোনৰ আগত সহজ, সৰল, ভাবে সকলোৱে নৃত্যটি বুজিব পৰাকৈ কৈ গল—এই নাচৰ সমল শ্রীহস্ত মুক্তাৱলী, অন্যান্য সজুলি আৰু নৃত্যটিৰ পৰিকল্পনা কোণে কৰিছিল তাকো উন্মুকিয়াই কলে।

ৰঙ্গমঞ্চৰ সাজ-সজ্জা কোঠাত, কেইবা শ শিল্পীক সজোৱা হৈছে প্রণালীবদ্ধ ভাবে—! ৰবীনৰ তত্বাৱধানত যেন সহজে সকলোৱে কাম কৰি গৈছে, কোনো সাৰি-সুৰা নাই। আন কি চেপ্‌টিপিন এটিও খুজিবলৈকো কোনো শিল্পীৰ প্রয়োজন হোৱা নাই ; কিয়নো সকলোবোৰ ঠিক মতে থোৱা হৈছে। সজ্জাকৰে সকলোকে ৰূপ দি, কিছু আগতে সজাই পঠাই দিছে। শিল্পীৰ জিৰণি কোঠাত সকলো নিজৰ নিজৰ ভাও দিবলৈ জিৰণি লৈ ৰৈ আছেগৈ। আন ফালে শিল্পীৰ ৰূপসজ্জা কৰা কোঠাবোৰত নিজৰ নিজৰ অভিনয়ৰ কাৰণে সাজু হবলৈ আকৌ পেইণ্ট আদি কৰিছে, সাজ পিন্ধিছে ; নিজৰ পোষাক পৰিপাটি কৰি লৈছে। নলীনে নিজৰ নৃত্যৰ অভিনয়ৰ কেৰাটিটো অংশ লৰসগা হোৱাত ৰবীন আৰু বীণা শিল্পীবোৰক সময় মতে ৰঙ্গমঞ্চত উলিয়াই দিয়া আৰু গোটেই পৰিচালনাটো তেওঁলোক দুজনকে দিছে। ৰবীন আৰু বীণা আজি এই পবিত্র দিনত অশেষ পৰিশ্রম কৰি, সকলোকে যিমান সুবিধা সুখ দিব পাৰে দিছে। কিয়নো আজিৰ এই দিনত শিল্পীবোৰৰ কষ্ট পৰিশ্রমৰ ফলৰ ওপৰতে কৃতকার্য্যতা আৰু এই জাতীয় ৰঙ্গমঞ্চটোৰ জীৱন নির্ভৰ কৰিছে।

কামৰূপ সৃষ্টি নৃত্য আৰম্ভ হব লাগে ; কিন্তু অলপ যেন পলম হৈ গৈছে—কিয় ?

'প্ৰডাক্‌ছন্ মেনেজাৰে' ৰবীনক আহি কলেহি— “শিল্পী ক'তা ? প্ৰায় দুইমিনিট সময় এনেয়ে পাৰ হৈ গল !”

নলীনে নটৰাজ শিৱৰ মুকুটটি পিন্ধি, শেহবাৰৰ কাৰণে নিজকে সমালোচনা কৰি, ডাঙৰ আইনাখন কেবাবাৰো চাইছে, নানা ভাব আৰু ভঙ্গীৰ পৰা,—নিজৰ শৰীৰটোকে ! ক'ৰবাত কিবা এটি থাকি গল নেকি ? ওঁঠ দুটিত আলতা দিবলৈ থাকি গৈছিল,—তুলিডাল লৈ নিজৰ ধুনীয়া ওঁঠ কিটা বোলাই দিলে ।

সৰু কোঠাটোলৈ ৰূপ-সজ্জাৰ সকলো ৰূপত অপূৰ্ব্ব ৰূপৱতী হৈ, উৰ্ব্বশীৰ ভঙ্গীৰে মীৰা সোমাই আহিল। লাহেকৈ দৰজাখন বন্ধ কৰি দিলে ; কিন্তু সি কাণি-দুৱৰী হৈয়ে থাকিল। কোঠালিটোত থকা কলিং বেলটো বাজি উঠিল— ক্ৰিং-ক্ৰিং—। নলীনে লৰালৰি কৰি নিজেই কলে—“সময় হল”—যাবলৈ ঘূৰি দেখে—'মীৰা', দিব্যকন্যা—হৰমোহনৰ মোহিনী—। দেখিলে—আজি যেন অন্য ৰূপত মীৰা—

তপ্ত সুবৰ্ণৰ সম জ্বলে দেহ নিৰুপম
ললিত বলিত হাত পাৱ।
চক্ষু কমলৰ পাসি মুখে মনোহৰ হাসি
সঘনে দৰশৈ কাম ভাৱ ॥

কঙ্কালে কিঙ্কিনি বাজে        চৰণ কমল মাজে
বঙ্কত নুপুৰ কণ ঝুণ।
হালে অতি মধ্যদেশ        সংসাৰ মোহিনী বেশ
একো অঙ্গে নাহি খতি খুন॥
শৰীৰৰ লাস বেশ        নেত্ৰৰ কটাক্ষ ঠেস
দেখি শম্ভু অতি ভৈল ভোল"—

নির্নিমেষে চোৱা দেখি মীৰাই একো বুজিব নোৱাৰি—"নলীন ককাইদেউ—সময় হল আহক"—বুলি আঠু কাঢ়ি নলীনৰ ভৰি কিটাত হাত থৈ, সেৱা কৰিলে নিজেই কব নোৱাৰাকৈ। আবেগত, তন্ময়তাত, নলীনেও নিজকে আৰু সংযমী কৰি ৰাখিব নোৱাৰিলে—হঠাৎ কিবা এটা হৈ গল! কি হল? অন্তৰ দেই পুৰি গল—। সংযমৰ ভেটি মুহূৰ্ত্ততে কঁপি উঠিল। মানুহটোৰ ভিতৰত থকা সত্যটো যেন তৎক্ষণাৎ অন্তৰ্দ্ধান হল। মীৰাক ধীৰে বাউসী কিটাত ধৰি তুলি ললে। অলপ পিচত তাৰ চিন আলতাবোৰ মীৰাৰ কোমল গালখনৰ ওপৰত থাকি গল। ৰবীন একুণীয়া হৈ থকা দৰজাখনৰ ওচৰত কেতিয়াৰ পৰা নিৰবে ঠিয় হৈ আছিল—নলীন আৰু মীৰাই নাজানিলে, ধৰিব নোৱাৰিলে। ৰবীনে যেতিয়া মাত দিলে, তেতিয়াহে তেওঁলোকৰ চেতনা ঘূৰি আহিল—ঘূৰি অহাৰ লগে লগে এটা ভূমিকম্প হল যেন, সজোৰে এটা শব্দ হৈ পৃথিবীখন আগ্নেয়গিৰি কম্পনত চিত্তা-চিত হৈ ফাতি গৈছে—। লাজত, অপমানত,

ভীৰুতাত নলীন-মীৰা নিজেই যেন মৰিশালিত সোমাই যাব !

আকৌ অলপ পৰ কলিং বেলটো বাজি উঠিল—। ৰবীনে হাত ঘড়ীটো চাই কলে—"সত্যৰ পূজা এনেকৈ নহয় নলীন—তুমি ভুল কৰিছা। ৰসৰ ৰূপ সৃষ্টি কৰা তোমাৰ কাম, ৰস সৃষ্টি কৰা নহয়। সময় পাৰ হৈ গল"—তেওঁ উচাৎ মাৰি গুচি আহিল।

* * * *

মীৰা নলীনে অপূৰ্ব্ব নৃত্য-ভঙ্গীৰে ৰঙ্গমঞ্চত এক ইন্দ্ৰজাল সৃষ্টি কৰিলে। সঙ্গীতৰ শব্দ লহৰী, নৃত্যৰ বছা বছা ভঙ্গীৰে অসমীয়া প্ৰাচীন নৃত্য কিমান চহকী, কিমান হীৰা-মাণিক মুকুতাৰে পৰিপূৰ্ণ, তাক প্ৰতি পাদবিক্ষেপত আৰু সঙ্গীতৰ তালে তালে ফুটাই তুলিলে। ছবিত থকাৰ দৰেই ব' লাগি দৰ্শকবৃন্দই চাবলৈ ধৰিলে, যেন সকলো সংজ্ঞাহীন। অসমীয়া নৃত্যৰ প্ৰতি তেওঁলোকৰ মূৰ আপোনা আপুনি দোঁ খাই আহিল। বিভিন্ন ভঙ্গীৰ, বিভিন্ন মুদ্ৰা, শৰীৰ সৌষ্ঠৱ, মীৰা নলীনৰ দুয়োৰো যেন তন্ত্ৰীয়ে তন্ত্ৰীৰে মিলি গল।

* * * *

ৰবীন দুখ অভিমানত, কিবা এটা অজানিত ক্ৰোধত, ৰঙ্গমঞ্চৰ ভিতৰৰ একালে অলপ আন্ধাৰত, এটা খুটাত বাওঁ হাতখন থৈ সোঁহাতখন ককালত ৰাখি, থৰ লাগি বহুতপৰ থিয় হৈ থাকিল। সঙ্গীতৰ শব্দ-লহৰী, ঝঙ্কাৰ, শিল্পীবোৰ

অহা-যোৱা কৰাও যেন তেওঁ কৰ নোৱাৰে, যেন এটা মূৰ্ত্তিহে একেদৰে থিয়হৈ, একেফালে চাই ৰৈ আছে। কিবা এটা কৰ নোৱাৰা আশঙ্কাত, তেওঁৰ দুধাৰি চকুলো ওলাই আহিল। কিয় নিজেই কৰ নোৱাৰে। তেওঁ যদিও আজন্ম দুখীয়া— সকলো সুখৰ পৰাই বঞ্চিত, আজিৰ দুখটো যেন হাজাৰ হাজাৰ লাখৰাৰ বেছি! আজি যেন আৰু এটা বাস্তৱলৈ ৰূপায়িত কৰা সপোন ভস্মীভূত হৈ পুৰি ছাই হৈ গৈছে।

*　　*　　*　　*

সিফালে কামদেৱ ভস্ম হোৱাৰ দৃশ্যত, সকলো বাদ্য-যন্ত্ৰ বাজি উঠি, এটি অসম্ভৱ ভেদী যোৱা শব্দ হ'ল। ৰতিৰ প্ৰবেশ, মিনতিৰে চকুলো টুকি, মহাদেৱক স্তুতি কৰি, কামদেৱক পুনৰ ৰূপ দিবলৈ প্ৰাৰ্থনা কৰিলে। শোকৰ আবহ সঙ্গীত চেতাৱত হিয়া ভাঙি নিয়া আলাপ বজোৱা হ'ল। ৰবীনৰ চকুলো আৰু বাগৰি আহিল, আৰু ৰব নোৱাৰিলে। এখন চকীত নিৰলে আহি বহিলহি। আগত যে বীণা থিয় হলহি তেওঁ কবই নোৱাৰিলে। বীণাই কলে—"ৰবীন ককাই-দেউ, তোমাৰ চাগৈ খাটি খাটি বৰ ভাগৰ লাগিছে নহয়, এগিলাচ ভপত গাখীৰ খাবানে?"—ৰবীনে প্ৰফুল্লতাৰ অভিনয় কৰি কলে—"দিয়া।" বীণাই গাখীৰ আনিবলৈ যোগালি লৰা এটাক কবলৈ গল।

কামদেৱৰ পুনৰ ৰূপ প্ৰাপ্তিৰ দৃশ্য। কামদেৱ সজীৱ হৈ উঠিল। ৰবীনে আগৰ ভাব এৰি কিছু পৰ ভাবি ভাবি

নিজেই কৈ উঠিল—"এই কামদেৱটোক কিয় মহাদেৱে পুনৰ প্ৰাণ দিলে—ময়ো নলীনৰ দৰেই ভুল কৰিছোঁ নেকি?" বীণাই ধোৱাঁবলি থকা এগিলাচ তপত গাখীৰ ৰবীনক আগবঢ়াই দি কলে—"খোৱা"। ৰবীনৰ চকু বীণাৰ চকুত পৰিল। ৰবীনে কলে—"ধন্যবাদ"। দুয়ো অলপ পৰ চকুত চকু দি ৰল। বীণাই হাঁহি কলে—"আহাঁ উঠা। কামৰূপ সৃষ্টি নৃত্যৰ পাছত, জন-গণ জাগৰণ নৃত্য আৰম্ভ হব। বহুত শিল্পী ওলাব লাগে—এই দৃশ্যত শিল্পীবোৰক তুমি উইংচৰ ওচৰত থাকি উৎসাহিত কৰিবা—আহাঁ" বুলি ৰবীনৰ হাতখনিত ধৰি বীণাই টান দিলে। নিজৰ্ ভাবে ৰবীন উঠি বীণাৰ পাছে পাছে গ'ল।

* * * *

জন-গণ জাগৰণ নৃত্য আৰম্ভ হল। এই নৃত্যৰ পাছত, ক্ৰমান্বয়ে তলত দিয়া নৃত্যবোৰ হবলৈ ধৰিলে। প্ৰত্যেকটো নৃত্য বিশিষ্টতাৰে পূৰ্ণ, মন আকৰ্ষণ কৰিব পৰা শক্তি বিভিন্ন, বেলেগ, মোহনীয়।

(১) আউনীআটী সত্ৰৰ নটুৱা নাচ, সূত্ৰধাৰী, নানা ভঙ্গীৰে বহুত খোল বজোৱা, অপ্সৰা আদি।

(২) দক্ষিণপাট সত্ৰৰ চমুৱাই কৰা ৰাস-লীলা নৃত্য।

(৩) মুখা পিন্ধি দিয়া বহুত ধৰণৰ নাচ।

(৪) বহুৱা নাচ।

(৫) ওজাপালি, দেওধাই, দেওধনি ( বৰপেটাৰ )

(৬) হাজোৰ হয়গ্ৰীৱ মন্দিৰত পূৰ্ব্বে প্ৰচলিত নানা ধৰণৰ—যেনে তপোভঙ্গ, বিহাৰ, শিৱতাণ্ডৱ আদি নাচ।

(৭) ডুবি, দেৰগাওঁ আদিৰ পূৰ্ব্ব-প্ৰচলিত নৃত্যসমূহ।

(৮) বিহুনাচ—বেলেগ বেলেগ ঠাইৰ

(৯) ঝাপি নৃত্য

নলীন ওলাই আহি, এই নৃত্যটি বিশেষ ভাবে সকলোকে বুজাই, তাৰ কথাটি কৈ দিলে ; ইয়াত কি কি মুদ্ৰা ব্যৱহাৰ হব, কি ভঙ্গী আৰু সুৰ সংযোজনা কৰা হৈছে, তাক বহলাই কৈ নিজেই কিছু শ্ৰীহস্ত মুক্তাৱলীৰ মুদ্ৰা লয়-লাসেৰে, অভিনয় ভঙ্গীৰে বঢ়িয়াকৈ দৰ্শক মণ্ডলীক বুজাই দিলে। আৰু কলে যে, ঝাপিটো ইয়াত ৰহস্যৰ প্ৰতীক স্বৰূপেহে ব্যৱহাৰ কৰা হৈছে। এই মনোৰঞ্জক নৃত্যটি শেষ হোৱাৰ লগে লগে, কাৰ্য্য-ক্ৰমণিকাৰ মতে বিভিন্ন নৃত্যবোৰ দেখুৱা হল।

(১০) ঢুলীয়া নাচ।

(১১) কছাৰী নাচ।

(১২) মনিপুৰী নৃত্য—তাৰে বেলেগ বেলেগ অংশ—

(ক) খোল বাদ্য।

(খ) ৰাস।

(গ) মৰি বগ।

(ঘ) ৰ'গৈ।

(ঙ) খুবেই চেইচাকপা।

(চ) খান জৈবা।

(ছ) লাইহাওৱাবা।

এই অনুপম নৃত্যবোৰ চাই চাই হাবিয়াস নপলায়, আৰু চাম আৰু চাম যেন লাগে। নিতৌ নিতৌ দর্শক সকলৰ সমাগম বেছিহে হবলৈ ধৰিলে। চাৰিওফালৰ পৰা, বহুত দূৰ-দূৰণিৰ পৰা, হাজাৰ হাজাৰ লোক আহি প্রায় দুপৰীয়াৰ পৰা গোট খায়হি, যেন নৃত্য-গীত উৎসৱে সকলোকে নতুন এটা প্রাণহে আনি দিলে। দিনে সন্ধিয়া নির্দ্ধাৰিত সময়ত প্রদর্শনী আৰম্ভ হবলৈ ধৰিলে, যেন অসমীয়া নৃত্য-গীতৰ আদি নাই, অন্ত নাই, অসমীয়া নৃত্য-গীতত যেন গোটেই পৃথিবীৰ সকলো সূক্ষ্ম কলাবোৰ সিঁচৰিত হৈ অ'ত ত'ত সোমাই আছে। শ্রীশ্রীশঙ্কৰদেৱৰ ৰচিত সুন্দৰ ভাবে নৃত্যৰ লগত খাপ খুৱাই গোৱা, তলত দিয়া ধুৰাটিয়ে যেন সকলোৰে অন্তৰ চুই গল। ৰাসৰ মাজত গোপিনীয়ে হিয়াৰ তন্ত্রীবোৰ কঁপাই দি গোৱা—

অৰে সখী পেখ হামাৰি জীৱন কানু
ওহি পথে গেল লিলাই।
ধ্বজ, ব্রজ, পঙ্কজ খোজ হেৰালো
কেমনে ৰমণী সঙ্গে যাই॥
সতীনৰ খোজ দেখি হৃদয়ে নসহে আৰ
অধিক দুখ মিলল আৰ।
সব গোপিনীক ধন বন্ধু অধৰ মধু—
পিয়ে একুসৰি চোৰ॥

দেখ সখী সতিনীক কোড়ে কৰি আৰে
কুসুমে কৰয়ে লীলা লাস।
বহে গোপিনীক কানু বোকে তুলি আৰে
কহতু শঙ্কৰে হৰিদাস॥

*　　*　　*　　*

আৰু চাওক, এই ৰঙ্গমঞ্চৰ ভিতৰত আমাৰ পৰ্ব্বত-বোৰৰ পৰা নামি অহা গাভৰু, শাৰী শাৰী হৈ, একে ধৰণৰ পোষাক আৰু যাঠি লৈ—

(১) ইয়াংচুমি কেখাইল।

(২) ইয়েত চিচি।

মায়াটচু ভোজত দিয়া
বিভিন্ন ভঙ্গীত যাঠি লৈ দিয়া নগা নাচবোৰ—।

আদহীয়া আৰৰ পৰ্ব্বতৰ—

(১) গাত ধৰি ধৰি বহুত ছোৱালীৰ নাচ।

খাচিয়া আৰু জয়ন্তীয়াৰ নন্‌ক্ৰেম আৰু জয়ন্তীয়াৰ সঙ্গীত।

(২) লুচাই পৰ্ব্বতৰ নাচ।

সোৱণশিৰীৰ পাৰৰ মিৰি গাৰঁৰ মিৰি নাচ।

*　　*　　*　　*

চতুৰ্থ দিনা—।

দশ অৱতাৰ নৃত্যৰে আৰম্ভ হল।

আঁৰ কাপোৰৰ আগলৈ আহি, এজনে এই নৃত্যটি ব্যাখ্যা কৰি দিলেহি পত্তময় ভাষাৰে শ্ৰুতিমধুৰ কৰি।

"সৃষ্টিৰ আদি পাতনি, ৰহস্যময় কুণ্ডলী, অতল পানী, কল্পনাৰ শক্তি লৈ, ভাৱ প্ৰবাহত পৰি, সপোন বিভোৰ হৈ তন্দ্ৰাত, লাহে লাহে অচেতন টোপনিত অনন্ত শয্যাত প্ৰথম পুৰুষ বিষ্ণু।

সেই অৱস্থাত তেওঁৰ নাইৰ পৰা লহ-পহকৈ গজি উঠে মনোৰম এপাহি পদুম ফুল। আন্ধাৰ ধীৰে ধীৰে আঁতৰি যায়, পুৱতি নিশা, সৃষ্টিৰ প্ৰথম পোহৰ, ৰিণিকি ৰিণিকি দেখা যায়।

পদুমৰ কামনাৰ সৌৰভৰ গৰ্ভত—পুৰুষৰ সহযোগত বিশ্বপতি ব্ৰহ্মাৰ জন্ম।

ব্ৰহ্মাই বেদ লিখে, অৱতাৰৰ কথা বৰ্ণনা কৰে—১। মৎস, ২। কূৰ্ম্ম, ৩। বৰাহ, ৪। নৰসিংহ, ৫। বামণ, ৬। পৰশুৰাম, ৭। হলীৰাম, ৮। শ্ৰীৰাম, ৯। বুদ্ধ, ১০। কল্কি। মুদ্ৰাৰ আলম লৈ, বিভিন্ন ভঙ্গীৰে আৰু বিভিন্ন চৰিত্ৰৰ ভাৱ আৰু অভিব্যক্তি প্ৰকাশ কৰা হব।

তেওঁ আৰু কলে—"এই খিনিতে উমুকিয়ালে বোধহয় অসঙ্গতি নহব যে ডাৰউইনৰ মানৱ দেহাৰ ক্ৰমোন্নতিৰ ক্ৰমবিকাশৰ তিনিটা স্তৰৰ কথা সকলোৱে জানে। এই দৰে আৰ্য্য ঋষি-মূনি সকলেও সম্পূৰ্ণ এটা মানৱ হবলৈ, এই দহোটা স্তৰ পাৰ হব লগা হৈছিল বুলি বোধহয় ধৰি লৈছিল। বেছিকৈ আপোনালোকক আমনি দিয়া সৌজন্যতাৰ বাহিৰে যোৱা হব ; শেহত কওঁ—

দহজন নৃত্যপটিয়সীয়ে এই নৃত্য প্ৰকাশ কৰিব। সম্বল—বৰপেটাৰ ওজাপালি আৰু শ্ৰীহস্ত মুক্তাৱলীৰ পৰা সংগ্ৰহ কৰা হৈছে। সুৰ, মহাপুৰুষৰ ৰচিত এটি নামৰ সুৰ" বুলি কৈ—তেওঁ যোৱাৰ লগে লগেই নৃত্যটি আৰম্ভ হল। বিভিন্ন মুদ্ৰাৰ আৰু ভাবৰ বিৰাট সমাবেশ দেখি, এই নৃত্যত সকলোৱে মোহিত হল।

ইয়াৰ পিচতেই গীতাভিনয় নৃত্য। নৃত্যভঙ্গী আৰু ছন্দেৰে গীতাখনি যে অভিনয় কৰিব পাৰি, এনে কথা ভাৰতৰ কোনো ঠাইতে নাই। উৎকণ্ঠিত জনতাই এনে উচ্চ ধৰণৰ নৃত্য চাই চাই বিভোৰ হল, যেন নৃত্য প্ৰকাশ ভঙ্গীৰ লগে লগেই, গীতাখনিৰ ইপিঠিৰ পিছত সিপিঠি মেল খাই যায়, যেন পাটগাভৰু লাজকুৰীয়া পদুম এটিত পুবৰ ৰশ্মি পৰি, ইখিলা পদুম পাহিৰ পাছত, আন খিলা পাহি মেল খাই, নাচটি সম্পূৰ্ণ বিকশিত হোৱাৰ লগে লগেই যেন পদুমটো সম্পূৰ্ণ ভাবে মেল খাই যেন গীতাখনিৰ অন্তৰ গৰ্ভৰ কথাটি ওলাই পৰে।

যদা যদাহি ধৰ্ম্মস্য গ্লানি ৰ্ভবতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহং॥
পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাং।
ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভবামি যুগে যুগে॥

ইয়াৰ পাছত দুদিন ভাওনা, আধুনিক নাটক আৰু বৰ্ত্তমান অসমত চলা কিছুমান মিশ্ৰ নৃত্য-গীতৰ অনুষ্ঠান হল।

ভাৰতৰ আন আন ঠাইৰ শিল্পীসকলে গোট খাই, অসমৰ কিছু নৃত্যগীত নিজৰ নিজৰ প্ৰদেশত দেখুৱাবলৈ মনস্থ কৰি নলীনক নিমন্ত্ৰণ জনালে। নলীনে ঠাওকতে সময় আৰু সুবিধা হলে নিশ্চয় দেখুৱাম বুলি কলে।

ষষ্ঠ দিনা। শেহৰ দিনা—সেইদিনা যেন এটা অৱসাদ ভাৱ বাতিপুৱাৰ পৰাই ঘনাই ঘনাই আহিছে—, ইমান সাফল্য আৰু কৃতকাৰ্য্যতাৰ মাজতো যেন সেই ভাবটোৱে আকোৱ গজালি হৈ ধৰি আছে—যেন অজানিত এটা ধুমুহা হব। নলীন যেন কিছু বিমৰ্ষ। বহুতেই জন-গণ-জাগৰণৰ নৃত্যাভিনয় পুনৰ অভিনয় কৰিবলৈ বুলি বাৰে বাৰে অনুৰোধ কৰাত প্ৰাৰ্থনাৰ নৃত্য-গীতৰ পাছতেই, সেই নৃত্যটি আৰম্ভ হ'ল। এই নৃত্যত গাৰ নোমবোৰ জিকাৰ খাই উঠে, তেজ তপত হয়, দেশাত্মবোধৰ ভাবেৰে নৃত্যটি পৰিপূৰ্ণ। দৃশ্যই দৃশ্যই দৰ্শকসকল উত্তেজিত হয়। নৃত্যৰ শেহৰফালে ভৈয়ামৰ আৰু পৰ্ব্বতৰ মানুহবোৰ তেওঁলোকৰ নিজৰ নিজৰ পোষাক পিন্ধি গুৱনী, শাৰী শাৰী গাভৰু, আনফালে অন্য এশাৰীত, পৰ্ব্বত-ভৈয়ামৰ অসমীয়া স্বাস্থ্যবান ডেকা, তালে তালে মনোমোহা নৃত্য-ভঙ্গিমাৰে ভাব প্ৰকাশ কৰিছে—একে ধৰণেৰে। সাজ-পাৰৰ বিভিন্নতা থাকিলেও যেন মন-প্ৰাণ সকলো একে। অমিলৰ ভিতৰতো যেন এটা প্ৰকাণ্ড মিল। এই মিলেই যেন জাতীয় সত্ত্বা।

যন্ত্ৰবোৰত দীপক ৰাগিণীৰ সুৰ বাজি উঠিল—সুৰৰ লয়ে লয়ে তালে তালে ঢং-ঢং ডুডুম্-ডুডুম্ ডবা, কাঁহ, নাগাৰাত সঘনে সজোৰে কোব পৰিল। নৃত্য উচ্চ স্তৰলৈ উঠিল। শাৰী শাৰী গাভৰু, শাৰী শাৰী ডেকা, নৃত্য-ভঙ্গিমাৰ অপূৰ্ব্ব কৌশলেৰে নৃত্য কৰিবলৈ ধৰিলে প্ৰাণ উবুৰিয়াই, অন্তৰ মুকলি কৰি, হিয়াই হিয়াই মিলাই। দৰ্শকসকলৰ ভাব উত্তেজনাৰ এখাপৰপৰা আৰু এখাপ ওপৰলৈ গ'ল।

* * * *

হঠাৎ কিছুমান ধোঁৱা—ৰঙ্গমঞ্চটো ধোঁৱাময় হৈ যোৱা বহুত ধোঁৱা !! এই নৃত্য দৃশ্যটিত কোনেও কাকো নেদেখা হল, নমনা হল, বহুতেই ভিতৰৰ পৰা একেলগে চিঞৰি উঠিল "জুই জুই"। ওপৰৰ জুই লগা কাই হুই এখন খহি পৰিল। ৰঙ্গমঞ্চৰ ওপৰ ফালে ভিতৰি ভিতৰি জুয়ে আগুৰি পেলালে। হঠাৎ কিহৰ পৰা কি হলপৈ কোনেও কব নোৱাৰে! তৎক্ষণাৎ চিঞৰ-বাখৰ হুলস্থুল লাগিল। কেৱল চিঞৰ শুনা গ'ল—"জুই, জুই! ওলোৱা-ওলোৱা বেগেতে—"

"পানী-পানী-ধূলি" কোনোবা একালৰ অট্টৰোল। জুয়ে তৎক্ষণাৎ দৰ্শক গেলেৰী আক্ৰমণ কৰিলে। চাকিওকালৰ পৰা অগ্নিশিখা ওলাবলৈ ধৰিলে। চাওঁতে চাওঁতে আগ্নেয়গিৰি এটা ফাটি গৰ্ভৰ পৰা জুই ওলোৱাৰ দৰে প্ৰকাণ্ড ঘৰটোত জুই লাগি, তাৰ সহস্ৰ শিখাবোৰ ওপৰলৈ উঠিল। ধোঁৱাবোৰ

পাক খাই খাই আৰু ওপৰলৈ উঠিবলৈ ধৰিলে। জোৰে ৰতাহ বলিল।

দৰ্শক গেলেৰীত হুৰা-হুৰা লাগিল। যেয়ে যেনেকৈ পাৰে ঠেলা-হেঁচা উত্তেজনা আশঙ্কা লৈ ওলাবলৈ ধৰিলে। কিছু মাত শুনা গ'ল "মৰিলোঁ মৰিলোঁ, জুয়ে শেষ কৰিলে।" এটা বিৰাট শব্দ হৈ ৰঙ্গমঞ্চটিৰ ওপৰ ফাল খহি পৰিল। গম্বুজ কিটাও তাৰ লগতে আহিল। "ফায়াৰ ব্ৰীগে'ড—ফায়াৰ-ব্ৰীগেড, এম্বুলেঞ্চ,"—যদিও চহৰত তাৰ কোনো ব্যৱস্থাই নাছিল।

ৰঙ্গমঞ্চৰ পৰা বহুতো ওলাল। একালৰ পৰা লাখ লাখ টকাৰ সম্পত্তি ধ্বংস হবলৈ ধৰিলে। মুহূৰ্ত্তে মুহূৰ্ত্তে জুই বাঢ়ি গ'ল। জুই নুমাবলৈ কৰা যত্ন যেন এটা বিদ্রূপৰ নিচিনা কামহে হল!

বহুত সৎ-সাহসী ডেকাই অদম্য সাহেৰে, জুইত জাহ যাব খোজা বহুতকে ৰক্ষা কৰিলে, আৰু ঠেলা-হেঁচাত যি ওলাব নোৱাৰিলে, সেইবোৰকো কিছু কিছু সহায় কৰিবলৈ লাগিল। সৰু সৰু লৰা-ছোৱালীৰ, তিকতাৰ গগনভেদী উঠা চিঞৰ, আত্মৰক্ষা কৰিবলৈ কৰা আপ্ৰাণ চেষ্টাৰ কথা আৰু মৰ্ম্মস্পৰ্শী হ'ল। কৰুণ ক্ৰন্দন ধ্বনিৰ বোল ৰতাহৰ সোঁ-সোঁৱনিৰ দৰেই ওলাল। জীয়াই জীয়াই পুৰি মৰা, কি বীভৎস, কৰুণ! টিংবোৰত জুই জ্বলি বীমবোৰ আধা পোৰা হৈ তললৈ খহি পৰিবলৈ ধৰিলে। লগে লগে

একোটা শব্দ, যেন এটা দৈত্যই নির্ম্মম হাতেৰে সকলোবোৰ ধ্বংস কৰিছে।

*    *    *    *

"আৰ্ট গেলাৰিটোতো জুই"—বহুতেই চিঞৰি উঠিল! নগৰ-চহৰৰ মানুহবোৰ লৰি লৰি আহি জুম বান্ধিলেহি। গাড়ীত তুলি তুলি, বহুত শিল্পী আৰু দর্শকক আস্পতাললৈ পঠাবলৈ ঠিক কৰা হ'ল। আধাপোৰাবোৰৰ যন্ত্রণাৰ চিঞৰবোৰ আৰু বেজাৰৰ। বহুতেই জুই নুমাবলৈ আপ্রাণ চেষ্টা কৰিও প্রায় বিফল মনোৰথ হ'ল। জুয়ে চাৰিউফালে বেঢ়ি ধৰি আৰু বেছিকৈহে জ্বলিল, যেন অসমীয়াৰ জাতীয় সম্পত্তিটো ধ্বংস কৰাই ইয়াৰ উদ্দেশ্য।

নলীন ৰঙ্গমঞ্চৰ ভিতৰৰ পৰা এতিয়াও ওলাই অহা নাই, তেওঁ হতভম্ব, অবাক, নিশ্চল, যেন এটা শিলৰ মূৰ্ত্তি। আধা পুৰি নিয়া গ্রীণৰুমটোৰ ভিতৰৰ চিৰি এটাত বহি, স্থিৰ দৃঢ় ভাবেৰে, তাৰ পৰা ওলোৱা জুই আগুনিবোৰ তেওঁ নির্ম্মম চকুৰে চালে। দপ্ দপাই জ্বলি থকা, গ্রীণৰুমৰ এডাল বীম জোৰে শব্দ কৰি ওপৰৰ পৰা খহি পৰিল—ডোখৰ ডোখৰ অঙঠাবোৰ উফৰি গল। দুটা কোঠাৰ অন্তৰালৰ পৰা চিঞৰ ওলাল—"নলীন ককাই-দেউ, নলীন ককাইদেউ!" যেন সেই মাতটো নলীনৰ ওচৰলৈ জুইৰ লগত যুঁজি যুঁজি, আপ্রাণ চেষ্টা কৰিও, যেন আহিব পৰা নাই, মাতটো যেন আতুৰ, অশেষ যন্ত্রণাৰ

জুয়ে যেন আধা পুৰি নিয়া। ১৬ বছৰীয়া ছোৱালী এজনীয়ে জুইৰ লগত যুজি যুজি, নলীনৰ ওচৰলৈ কিছুদূৰ আহিল, আৰু দুখোজ আহিলেই যেন নলীনৰ গাত হাত দি জোকাৰি কব পাৰে "নলীন ককাইদেউ উঠা, জাগা, ওলোৱা—নলীন ককাইদেউ, নলীন ককাইদেউ"—আৰু এডাল বীম ফিৰিঙটিবোৰ সিঁচৰিত কৰি জোৰেৰে খহি পৰিল —ঘূৰি পাক খোৱা ধোঁৱা আৰু জুইৰ মাজত একো নমনা হল।

* * * *

জুই কিয় লাগিল তাৰ আলোচনা কৰি কোনেও শেহ কৰিব নোৱাৰিলে। কিছুমানে কলে আৰতি নৃত্যৰ সময়ত অসাৱধানতাৰ হেতু জুইৰ ফিৰিঙটি এটি উইংচত লাগি তলে তলে ওপৰলৈকে জুই উমি উমি জ্বলি গল। আৰু কিছুৱে কলে বিজুলী তাঁৰৰ কিবা এটাৰ পৰা কিবা এটা হলগৈ।

* * * *

শেহত এই বিৰাট জাতীয় ৰঙ্গমঞ্চটো এটা ধ্বংসস্তূপত পৰিণত হল। উমি উমি জ্বলি থকা আধা পোৰা কাঠ বোৰৰ পৰা ওলোৱা জুই আৰু ধোঁৱাৰ কেৱল চিন থাকিল। তিনি দিন গ'ল। প্ৰজা-মুখৰ এই ঠাইডুখৰি নিজম পৰিল, মৰিশালী যেন লগা হল। সেই দিনা পুৱা হোৱা উষা আগমনৰ কিছু আগতে, পূব মুহূৰ্ত্তে, আন্ধাৰৰ বুকু ফালি ওলাই অহা পূব আকাশত কেৱল এটি ৰশ্মিৰ কিৰণৰ

বাহিৰে, চাৰিওফালে আন্ধাৰ। সেই সময়তে, সেই ধ্বংসস্তূপৰ ধোঁৱাবোৰৰ পৰা দুটি ছাঁ আবিৰ্ভাব হল, কুমলীয়া ধোঁৱাবোৰৰ দৰেই সিহতৰ ৰং, মনা নমনা। লাহে লাহে যেন ছাঁ দুটা সৰুৰ পৰা ডাঙৰ হল, ধীৰে ধীৰে যেন পশ্চিমফালে খোজ লবলৈ ধৰি তাৰ পৰা ওলাই আহিল। ছাঁ দুটা দেখি অনুমান কৰিব পাৰি যেন এটি মূৰ্ত্তিমাণ শিল্পীপ্ৰাণৰ অসমীয়া ডেকা শিল্পী, আন গৰাকী শিল্পী, গুৱনী অসমীয়া গাভৰুৰ। পুৰুষ কণ্ঠৰ পৰা বাৰে বাৰে সকৰুণ অন্তৰ ভেদী যোৱা শব্দ ওলাল—"মই অসমৰ নৃত্য-গীত, সংস্কৃতি, মৃত্যুৰ মুখৰ পৰা জীয়াই তুলি উদ্ধাৰ কৰিম বুলি এটি সপোন দেখিছিলোঁ, সেই সপোন অসমীয়া মৰমীয়াল ডেকাবোৰৰ হাতত অৰ্পণ কৰিলোঁ, তাক মৰিবলৈ এৰি নিদিবা। ই মোৰ বৰ চেনেহৰ, বৰ মৰমৰ"। সেই সকৰুণ নাৰী কণ্ঠৰ পৰা ওলাল—"দেশে দেশে অসমীয়া সংস্কৃতি সভ্যতা প্ৰচাৰ কৰিম বুলি সোণৰ সঁফুৰা এটি লৈ ফুৰিছিলোঁ, অসমীয়া জীয়ৰীৰ হাতত তাক গটালোঁ। এই সফুৰা মোৰ অতি অন্তৰৰ, অতি চেনেহৰ।" পুৰুষ কণ্ঠত আকৌ ওলাল, অসমীয়া ডেকাদলৰ প্ৰতি বাৰে বাৰে কলে, যেন ক্ৰন্দন ধ্বনিৰে, যেন দৃঢ়ভাৱে, "অসমীয়া তৰুণ দ'ল, এই সপোনত তোমালোকে ৰূপ দিব পাৰিবা"।

নাৰী কণ্ঠৰ পৰা আকৌ ওলাল আবেগত—"এই সোণৰ সঁফুৰাটি দেশ-বিদেশলৈ অসমৰ জীয়াৰী তোমালোকে লৈ যাব পাৰিবা, সঁচাকৈয়ে পাৰিবা"—। বাৰে বাৰে এই কথা

ডাওৰৰ পৰা সৰু হৈ হৈ ছাঁ দুটা দূৰলৈ যোৱাৰ লগে লগেই যেন ক্ষীণ হৈ আহিবলৈ ধৰিলে ; প্ৰায় কণ্ঠস্বৰ নুশুনাই হলগৈ। পূব আকাশখনৰ পোহৰৰ কিৰণবোৰ চাৰিওফালে সিঁচৰতি হৈ গ'ল। পোহৰত ধ্বংসস্তূপবোৰৰ একাষে পৰি থকা গম্বুজ কিটাত দূৰৈৰ পৰা জিলিকা পিতলৰ বৰ বৰ আখৰ বোৰ "অসম জাতীয় ৰঙ্গমঞ্চ" জুই আঙনি লাগি কলা এঙাৰৰ নিচিনা হোৱা পৰিষ্কাৰ ভাবে দেখা গ'ল—।

* * * *

সেই দিনাই সন্ধিয়াৰ অলপ আগতে, হিৰণ্যকশিপু বধ হোৱা আগ মুহূৰ্ত্ততে, বৰ বেজাৰেৰে বহল ব্ৰহ্মপুত্ৰৰ বুকুত বিয়লি বেলিকা হেঙুল বৰণীয়া, বৰ ডাঙৰ বেলিটিয়ে নীলা-ৰঙা আকাশখনত কলা ছাঁ পেলাই, মেলানি মাগি বিলীন হৈ বুৰ দিব খুজিছে। চাওঁতে চাওঁতে, ৰশ্মিবোৰৰ বাহিৰে যেন বেলিৰ গাটো ব্ৰহ্মপুত্ৰৰ গৰ্ভত সোমাই গল। পশ্চিম ফালৰ দৃশ্যপট ছাঁত পৰিণত হল। ৰশ্মিবোৰ ঢাকি ৰখা কলা ডাৱৰ এছটা বতাহে উৰুৱাই লৈ গল।

দুটি ছাঁ খোজ কাঢ়ি কাঢ়ি বেলিটোৰ ৰশ্মিবোৰৰ ফালে বালিত খোজ থৈ থৈ যাবলৈ ধৰিলে। খোজবোৰ দেখিলে অনুমান কৰিব পাৰি এটা পুৰুষৰ, আনটো নাৰীৰ। আকাশে-বতাহে লোহিতৰ বুকুত আকৌ আগৰ দৰে কণ্ঠস্বৰৰ প্ৰতিধ্বনি উঠিল, দুয়ো যেন কান্দি কান্দি বিননি তুলিলে,— "আমাৰ সপোন তোমালোকে নাভাঙি ৰূপ দি গৰিমাময়

কৰি তোলা, অসমীয়া আকৌ জাগি উঠিব—জাগা—জাগা—জাগা”। লগে লগে বজ্রনিনাদ গুৰু-গম্ভীৰ এটি শব্দ হল, যেন পৃথিৱী কঁপি উঠিল। সেই শব্দ ক্ষীণ, ক্ষীণতৰ হৈ আহি আকৌ নাইকিয়া হল। আন্ধাৰে গোটেইখন ছাটি পেলালে। সন্ধিয়া লাগি ভাগিল, দিগন্তৰ অন্তৰালৰ সিপাৰে, চিন হেৰোৱা উজ্জল ছুটি তৰা, নির্ম্মল আকাশত জিলিকি উঠিল। পুৰবী সুৰ লহৰীৰ প্রতিধ্বনি এটি যেন ধীৰে ধীৰে মাৰ গ'ল।

## —সপ্তদশ—

আস্পতালত ৰবীন এখন বিচনাত শুই, তেওঁৰ সোঁ হাতখনৰ কেৰা ঠাইটো বেঙেনা পোৰাদি বেছিকৈয়ে পুৰিলে। জুলাবোৰ ডাক্তৰে কেচি এখনেৰে কাটি কাটি গোটেই সোঁহাতখন বেণ্ডেজেৰে মেৰিয়াই ডিঙিৰ লগত বান্ধি, আলফুলকৈ ৰাখিবলৈ তেওঁক উপদেশ দি, ডাক্তৰ ওলাই গ'ল। শাৰীৰিক কষ্টই যেন তেওঁক অলপো কষ্ট দিব পৰা নাই; কিন্তু অন্তৰ দেই পুৰি যোৱা ভাবটোৱে তেওঁক উদাস কৰি তুলিলে। বেৰত ওলোমাই থোৱা পুৰুষৰ জকাৰ ছবিটো চকু নপচৰাকৈয়ে বহুত পৰ চাই থাকিল।

নন্দলালে অন্য এটি কমৰ পৰা চকা লগোৱা চকী এখনত বহি, নিজেই চলাই চলাই, বাৰাণ্ডা এখন পাৰ হৈ ৰবীন থকা কমটোৰ ফালে আহিল। তেওঁৰ বাওঁ ভৰিটো আঠুৰ পৰা তললৈকে বেণ্ডেজ কৰা, সোঁ ভৰিটোৰ ওপৰত তুলি থোৱা। চেহেৰা বিমৰ্ষ, মলিয়ন। পৰ্দ্দাখন তুলি ৰবীনৰ ওচৰলৈ কাষ চাপি আহি তেওঁ শয্যাগত ৰবীনৰ বাওঁ হাতখনৰ ওপৰত নিজৰ হাতখন থৈ, লাহে লাহে হাত বুলাই দিলে। ৰবীনৰ চকু নন্দলালৰ চকুৰ ওপৰত পৰিল—নিৰ্ণিমেষে দুয়ো কিছুপৰ চালে। তেওঁলোকৰ অন্তৰৰ সূক্ষ্ম অব্যক্ত বেজাৰৰ ভাবটো, ভাষাতকৈও যেন

এই চোৰা-চুইৰ যোগেদিয়েই প্ৰকাশ কৰিব খুজিছে—ভাষা নাই।

ৰবীনে সমবেদনাৰে সুধিলে—“বহুত আঘাত লাগিলনে কি নন্দলাল বাবু?”

নন্দলাল—“অলপ হৈছে অৱশ্যে।” হুমুনিয়াহ এটি কাঢ়ি কলে।

ৰবীন চকু ঘূৰাই নি আনফালে চালে, তেওঁৰো হুমুনিয়াহ এটি ওলাই আহিল। নন্দলালে ৰবীনৰ ভাব বুজি সান্ত্বনাৰ সুৰত লাহে লাহে কলে—“ভাবি আৰু লাভ নাই, যিমান টকা লাগে মই—”

ৰবীন সেই ভাবেৰেই থাকি কলে—“আপুনি উদাৰ, আপুনি মহৎ; কিন্তু সেই শক্তি ক'ত? মোৰ সোঁহাতখনেই গ'ল।” নিজৰ সোঁহাতখন বাওঁহাতেৰে এবাৰ হাত বুলাই দিলে। আকৌ ধীৰে ধীৰে কলে—“সেই শক্তি উদ্ধাৰ কৰিব নোৱাৰিলোঁ, সেই শক্তি একেবাৰেই গ'ল আৰু উদ্ধাৰ কৰিব নোৱাৰিম, শত শতাব্দি পাৰ হৈ গলেও অসমত আৰু তেনে শক্তি সহজে নোলাব।” তেওঁ কথা কোৱাৰ লগে লগেই বীণা সোমাই আহিল। বীণাই ৰবীনক আগ্ৰহেৰে, অতি চেনেহৰে সুধিলে—“ৰবীন ককাইদেউ, কেনে পাইছা?”

ৰবীন—দুদিন কেনেকৈ গ'ল কবই নোৱাৰো। আজি বাত্তিপুৱা দেখো হাতখনত বেণ্ডেজ কৰা। এতিয়া অলপ ভাল, বহা।

বীণা—দুদিন তুমি প্ৰায় অজ্ঞান অৱস্থাতেই আছিলা—

ৰবীন—আজিহে মই ত'ত ধৰিব পাৰিছোঁ।" বীণাই অলপ অভেলটীন কৰি ৰবীনক খাবলৈ দিলে। ৰবীনে ধীৰে ধীৰে বৰ তৃপ্তিৰে খালে। নন্দলালৰ কথাও বীণাই ভালকৈ সুধি-পুছি ললে। বীণাই সানুনয়ে ৰবীনক কলে "সেইবিলাক ভাবি আৰু লাভ নাই। এতিয়া শৰীৰটো ঠিক কৰি লোৱা।" ৰবীনে এটি দীঘল হুমুনিয়াহ কাঢ়ি কলে, "ভাবি অৱশ্যে লাভ নাই—তথাপি ভাবনাৰ পৰা মুক্তি পোৱা কিছু টান। দুয়োজনে অসমীয়া ডেকাবোৰৰ মুখত হাঁহি বিৰিঙাম বুলি কিমান চেষ্টা কৰিছিল"—আৰু কব নোৱাৰিলে; নিজৰি নিজৰি চকুলো ওলাই আহিল, তলৰ ওঠটো একালে দাঁতেৰে চেপি ধৰি মাথোন কথা কিটা কলে। বীণা, নন্দলাল বৰ নোৱাৰিলে, দুয়োবোৰ চকুলো ওলাই আহিল। দেশক নিবলে ভাল পোৱা দুটি প্ৰাণীৰ পবিত্ৰ স্মৃতিৰ ঢৌ বেজাৰত পৰিণত হ'ল।

---

## —অষ্টাদশ—

আকৌ ব্লাডপ্রেচাৰৰ চাপটো বকৰুৱাৰ হঠাৎ কিছুদিনৰ পৰা বেছি হৈ আহিবলৈ ধৰিলে।—শেহত বিচনাৰ পৰা উঠিবই নোৱাৰা হল। বেমাৰৰ লগে লগেই চিন্তাৰ কোব আগতকৈও কিছু বেছি হল। বিশেষকৈ চিন্তা হল একমাত্র সন্তান বীণাৰ কাৰণে। তাই যে তেওঁৰ অবিহনে একেবাৰেই নিঠৰুৱা, নিঃসহায়, অকলশৰীয়া।

এদিন নিবলে বকৰুৱাই নিজৰ অন্তৰৰ সকলো কথা বীণাক খুলি কলে, আৰু কলে যে, তাইৰ বিয়াখন সুকলমে হৈ গলেই তেওঁ সুখেৰে চকু মুদিব পাৰিব। তাই অমত নহব বুলি ভাবিয়েই প্রবীণৰ লগতে তেওঁ বিয়াৰ সকলো বন্দবস্ত কৰিছে। বীণাৰ ভৱিষ্যত সুখ আৰু মঙ্গলৰ কথা তেওঁতকৈ আৰু কোনেও বেছি নুবুজে। এই বিয়াখন সোনকালে নহলে তেওঁৰ চিন্তা দিনক দিনে বেছি হৈহে যাব আৰু শেহত ইয়েই হয়তো কিবা এটা অঘটন ঘটাব। বকৰুৱাই বীণাৰ মনৰ কথা নুবুজি, সহজ সৰল ভাবেই সকলো ভাঙি-পাতি কলে। বীণাই কেৱল নিবলে সকলো শুনি গল। দেউতাকৰ শাৰীৰিক আৰু মানসিক অৱস্থাৰ কথা সোঁৱৰণ কৰি কৰি কোনেও নজনাকৈ মাজে মাজে অকলে বহি বহি ভাবে। দেউতাকক কোনোদিন তাই অগ্রাহ্য কৰা নাই, কোনো

দিনে। পাশ্চাত্য ধৰণেৰে উচ্চ শিক্ষিতা হলেও, দেউতাকৰ কথাৰ ওপৰত তাই আজি কথা কব নোৱাৰে। তেওঁৰ মতৰ বিৰুদ্ধে যোৱা অৰ্থ ই হৈছে, দেউতাকৰ মৃত্যুটো আৰু সোনকালে মাতি অনা—। এই কথাটো ভাবিয়েই যেন আৰু ভাবিব নোৱাৰে, মনটো জিকাৰ খাই উঠে। চিন্তা কৰিবলৈ যেন একো নাইকিয়া হয়। আতোল-তোলকৈ সৰুৰে পৰা এই দেউতাকেই কিমান দুখ-কষ্ট আৰু মানসিক অশান্তিৰ মাজত থাকিও, বীণাকে লৈ হাঁহি-মাতি আহিছে—তাইক লৈ কিমান সুখ পাইছিল।— "আজি যদি মোৰ আই থাকিলহেঁতেন!"

হঠাৎ পাণ্ডুৰ ফেৰীখনৰ ওপৰত কোৱা ৰবীনৰ কথাকিটা মনত পৰিল। সেই সপোনৰ কথা, "তুমি সহায় হলে—সেই সপোন ৰূপ দি সজীৱ কৰিব পাৰিম—"। কি কৰিম, বুলি নিজেই সমিধান দিব নোৱাৰিলে—মনত এখনি ডাঙৰ যুঁজ লাগিল। এই সমস্যাৰ সমাধান ইমান সূক্ষ্ম যে তাক বীণাৰ বাহিৰে বোধহয় আনে বুজা সিমান সহজ নহয়, তাক সমাধান কৰাই টান। মূৰ তুলি আজি নিজৰ মত প্ৰকাশ কৰিব পৰা হলেও গাৱঁৰ বাপেক-মাকে কোৱা কথাকে সাৰোগত কৰি লোৱা নিমাতী কন্যাৰ দৰে বীণায়ো নিমাতী হৈয়ে থাকিল। আজি যে পৰিস্থিতিটো বেলেগ! পুৰণি আভিজাত্যৰ নিয়ম-বোৰ কট-কটীয়াকৈ মানি চলা ৰকৰাৰ মত সলনি কৰা মানে যে মৃত্যুকে মাতি অনাৰ সমতুল্য, তাক বীণাই ভালকৈ বুজে।

উদাৰ হলেও তেওঁ অন্য উদাৰতাক প্ৰশ্ৰয় নিদিয়ে—। অলপ জনা-নজনাৰ ভাৱতেই, এদিন বককায়ো প্ৰবীণ-ৰবীনৰ কথা, বিজনি মুলক হিচাবে ভাবিছিল। ৰবীন উচ্চ শিক্ষিত হলেও, মহৎ হলেও, টকা-পইচা আৰু সম্পত্তিৰ মহত্বটো মনুষ্যত্বৰ মহত্বতকৈ যে আজিৰ দিনত ডাঙৰ, এই কথাটো বকবাই সকৰে পবাই শিকি আহিছে আৰু গোটেই পৃথিবীখনতেই আজি তাকেই দেখিছে। গুণী, মেধাবী, উদাৰ, মহৎ—টকা নহলে আজিৰ দিনত সিহঁত অচল—টকা—।

প্ৰবীণ ঐশ্বৰ্য্যবান, স্বাস্থ্যবান, সুৰুচিসম্পন্ন ভাবে শিক্ষিত; সুখী কৰিয়েই বীণাক ৰাখিব পাৰিব। সন্তানৰ সুখ আৰু মঙ্গল কামনা কৰাই অভিভাৱকৰ কৰ্ত্তব্য। দুৰ্ব্বল মুহূৰ্ত্তত কেতিয়াবা বীণা—ৰবীনৰ প্ৰতি আকৃষ্ট হলেও প্ৰবীণৰ লগত বিয়া হৈ গলেই বীণাই সেই কথা একেবাৰেই এৰি পেলাব বুলি ঠিককৈ ভাবিয়েই, প্ৰবীণক সেই দিনা বীণাৰ অবিহনতো সঠিক মত দিছিল। বককায়ো এইবোৰ কথা বীণাক ভাঙি-পাতি কৈছিল যদিও, বীণাই ইয়াৰ ওপৰত একো কব নোৱাৰিলে। দৃঢ় মত এটা গঠন কৰি, তাক প্ৰকাশ কৰিব নোৱাৰিলে, নোৱাৰিলে বহুত কাৰণত—।



## —ঊনবিংশ—

আমগুৰিত ৰবীন। আজি তিনি বছৰ হল। কাৰবাৰ কেতিয়াবাই ঠন ধৰি উঠিল। সময়বোৰ কেনেকৈ যায় নিজেই কবই নোৱাৰে। নিৰ্লিপ্ত ভাবে মাথোন কাম কৰে। বীণাৰ বিয়াৰ বাতৰি পালে। নিমন্ত্ৰণী চিঠিখন উদাসীন ভাবে চালে, তাতনো কি লিখা আছিল নিজেই যেন বুজিও অবুজ হ'ল। দুদিন একো কাম-বন নকৰি কিবা এটা ভাবি কটায়, তৃতীয় দিনা জৰুৰী যোৰহাটৰ পৰা নন্দলালক মাতি পঠালে। নন্দলালক সকলো বিতংকৈ বুজাই শেহত কলে—"নহয় নন্দলাল বাবু, মোক আৰু নধৰিব। মই কোনো ৰকমে নোৱাৰিম।"

নন্দ—চাওক আপুনি গলেগৈ আপোনাৰ কাৰবাৰটো একেবাৰেই নষ্ট হৈ যাব। বহুত টকা লোকচানো হব।

ৰবীন—লোকচানৰ ঘৰত অৱশ্যে ৰখা নাই। আজিৰ দিনত ইন্‌কমটেক্স বাদ ৭॥০ লাখ টকা এই কাৰবাৰৰ পৰা লাভ হৈছে। আপোনাৰ টকা আৰু কাৰবাৰ চমজাই দিবলৈ মোক সুবিধা দিয়ক। কাৰবাৰটো নষ্ট নহবলৈ মই আপোনাক ভাল আৰু বিশ্বাসী মানুহ গোটাই দিছোঁ।

নন্দলাল—এই লাভৰ টকাটো ধৰক, ৪ লাখ টকা

আপোনাৰ, সেই টকাটো আপোনাৰ। আৰু মই অলপো বুজি পোৱা নাই—আপুনি কিয় যাব খুজিছে—?

ৰবীন—নন্দলাল বাবু, টকাই আজি মোক সুখ দিব নোৱাৰে। সেই টকাটো আপোনাৰ হাততে থাওক আৰু সিফালে ( অন্যমনস্ক ভাবে ) কিয় যাব খুজিছো নিজেই কব নোৱাৰো, আৰু কেতিয়াবা কাৰবাক জনাব লগীয়া হলেই প্ৰথমেই আপোনাক জনাম। দূৰ-দূৰ—বহুত দূৰলৈ যাবৰ মন গৈছে।

নন্দলাল—ভাল কথা। যাব খুজিছে যাওক। ভাৰতৰ বাহিৰে গৈ কিবা এটা শিকি আহক।

ৰবীন—জ্ঞান আৰু শিক্ষাৰ কাৰণে ভাৰতৰ বাহিৰে নগলেও চলিব। অসমত কাৰবাৰ কৰাৰ আগতে ভাৰতৰ বাহিৰলৈ আপোনালোকে গৈছিল নে ?

নন্দলাল—সেই কাৰণে নগলেও আপোনাৰ মনটো যদি বেয়া, যাবৰ মন গৈছে, তেন্তে বেছি দূৰলৈকে যাওক।

ৰবীন—আমেৰিকা, বিলাতলৈ গলে সুখ নাপাওঁ, যদি কেতিয়াবা সুখ-শান্তি পাওঁ, এই মোৰ নিচলা অসম দেশ-খনৰ পৰাই পাম।

নন্দলাল—মই আপোনাৰ কথাবোৰ বুজিবলৈ টানেই পাইছো। হঠাৎ আপোনাৰ এইটো কি হল ?

ৰবীন—হঠাৎ আজি-কালি একোটা একোটা ডাঙৰ ঘটনা ঘটে, সেইটো আপুনিও জানে।

নন্দলাল—( সানুনয়ৰে ) আপুনি মোক—মোক কিবা কথাত বেয়া পাইছে নেকি? ভাঙি কওক, মোৰ মনটো খুদুৰাই থাকিব !

ৰবীন—আপোনাক বেয়া পাম? আপোনাৰ কথা অসমত বুৰঞ্জীৰ কথা হব। আপোনাৰ আগত কোৱা বেয়া। আপুনি দেৱতুল্য—মহৎ, আপোনাৰ নিচিনা যদি আৰু কিছুজন হলহেঁতেন অন্ততঃ কাৰবাৰৰ ফালৰ পৰাও অসমত বহুত আগবাঢ়িল হেঁতেন।

নন্দলাল—তেন্তে আপুনি হঠাৎ যায় কিয় ?

ৰবীন—সময়মতে কম, এতিয়া নহয়।

নন্দলাল—কবলৈ টান পাইছে যেতিয়া জোৰ নকৰো; কিন্তু আপুনি কেতিয়াও আপোনাৰে মোৰে এটা ভিন্ন ভাব নানিব। এই আমগুৰিৰ কাৰবাৰ আপোনাৰ নামতেই থাকিব। আৰু য'তে থাকক যিমান টকাৰ প্ৰয়োজন হয়, মোলৈ লিখিব। ( ৰবীনৰ হাতখন নন্দলালৰ বুকুত সুমুৱাই জোৰে ধৰি বেজাৰেৰে কলে ) নিশ্চয় লিখিব। ( ৰবীনে মূৰ দুপিয়াই "ও" বুলি কয় ) সোনকাল ঘূৰি আহিব জৰুৰ জৰুৰ। আপুনি নহালৈকে সুখ নাপাম, শান্তি নাপাম। ঘৰতো আপুনি এনেকৈ গুচি যোৱাটো গম পালে কান্দি-কাটি হুলস্থূল লগাব।"

ৰবীনে নন্দলালৰ কথা শুনি কিছু চঞ্চল হয়। হঠাৎ চকুযোৰ অলপ তিতাৰ নিচিনা গম পালে, মাত্তো যেন

অলপ কৰুণ, এনে ভাব হ'ল। কলে—"নন্দলাল বাবু, পৃথিবীখনৰ একালে মৰুভূমি আৰু আন কালে মৰীচিকাৰ ওৰেচিচ। কোন কালে—কোনকালে যাম? বাৰু আপোনালৈ মই প্ৰায়ে চিঠি লিখি জনাম মই কি কৰো। আপুনি চিন্তা নকৰিব।

নন্দলাল—আপোনাৰ টকাৰ প্ৰয়োজন এতিয়া কিমান? লবলৈ নাপাহৰিব। ( ৰবীনে বাওঁ হাতত টেবুলৰ ডেৰাজটো মেলি এখন চে'ক বহী উলিয়াই বাওঁহাতেৰে লিখিলে। বাওঁহাতেৰেই চহীটো কৰিলে। সোঁহাতখন প্ৰায় অকৰ্ম্মণ্য হল। আঙুলিবোৰ জোৰ লগা, নিশকটীয়া। পোৰাৰ চিনটো কি জানি আজীৱন থাকিয়েই যায়।

* * * *

531 W.D.D.R. লিখা প্ৰকাণ্ড ইঞ্জিনটোৰ যাত্ৰা কৰাৰ লগে লগে হস হস শব্দ হল, ৰেলৰ চিড়িৰ মাত খট খট ওলাল। হুইছেল জোৰে বাজি উঠিল। লোহৰ প্ৰকাণ্ড দৈত্য এটাই যেন পৃথিবী কঁপাই লৰিবলৈ লাগিল। ভাঙৰৰ পৰা সৰু হৈ যোৱা ৰেলগাড়ীখন, চিগ্‌নেলৰ সিফালে থকা কেকুৰিটো পাৰহৈ যোৱাৰ লগে লগেই নেদেখা হল। কয়লাৰ কিছুমান ধোঁৱা সমান্তৰাল ভাৱে লাহে লাহে ওপৰলৈ উঠি যোৱা যেন লাগিল।

ইয়াৰ পাছত দেখা গেল, এখনি আকাশত উৰি যোৱা প্লেন, এখন দ্ৰুতগামী টেক্সী, অন্য এখন ঠাইত বহল ৰাস্তাত

যাত্ৰীৰে ভৰপূৰ এখন দুমহলীয়া বাস, এজন মাথোন উঠি যোৱা এখনি ৰিক্সা, এখন টঙ্গা, বহল নৈ এখনিৰ বুকৰ মাজত চলি থকা এখনি ফেৰী, আৰোহীৰে পূৰ্ণ এখনি ট্ৰাম। ইয়াৰ লগে লগে, কলিকতা, পাটনা, বেনাৰস, দিল্লী আদি মহানগৰীবিলাকৰ ক্ষিপ্ৰতাৰে ওলোৱা দৃশ্যসমূহ— যেন মনলৈ দ্ৰুতগতিৰে ইটোৰ পাছত সিটো ওলাই আহি মাৰ গৈছে, চাই চাই যেন শেষেই নহয়—যেন শান্তি আনিবলৈ কৰা সলনিবোৰেও অকণো শান্তি আনিব নোৱাৰে। ৰবীনে দ্ৰুততাৰে ভাৰতৰ নানা ঠাইত ঘূৰিবলৈ লাগিল। শান্তি বিচাৰি যি ঠাইতে দুদিন থাকে তাতে আমনি লাগে, তাৰ পৰা আকৌ অন্য ঠাইলৈ ৰাওণা হয়।

আৰ্য্যসকলৰ অৰণ্য সভ্যতা বিৰাজ কৰা পবিত্ৰ ঠাইবোৰ, বুৰঞ্জী মূলক প্ৰসিদ্ধ নগৰীবোৰ, মোগল বাদচাহ আদিৰ ৰাজ-দৰবাৰ, কাৰুকাৰ্য্যখচিত ৰাজকাৰেং, স্তূপ, মিনাৰ, মচ্‌জিদ, মন্দিৰ আদি চাই শেষ কৰিব নোৱাৰি। সেই চোৱাবোৰৰ মাজত যেন এখনি ধুনীয়া মুখৰ ছবি পৰিষ্কাৰ ভাবে পৰিস্ফুট হৈ ফুটি সদায়ে ওলায়, অ'ত ত'ত। সি যেন মলিয়ন হৈ অকণো মাৰ যাব নোখোজে, জয় পৰি নাযায়। কিয় ? তাৰ লগে লগে ভাৰতৰ নানা ঠাইৰ সমৃদ্ধিশালী নগৰ, চহৰ, বৃহৎ কাৰবাৰ, বিৰাট শিক্ষা-কেন্দ্ৰ আদি দেখি, কেৱল মনত পৰে নিচলা, দুখীয়া অসমখনিলৈ আৰু মৰম লাগে আৰু পুতৌ জন্মে। ৰবীনৰ জীৱনৰ অতি প্ৰিয় বস্তু

কেবাটাও হেৰাল, এই হেৰোৱাবোৰৰ ভিতৰত আকৌ কেৱল দুখলগা স্মৃতিবোৰ জাগি থাকি আৰু দুখহে দিবলৈ ধৰিলে। দূৰ দূৰলৈ গলেও সি আৰু বেছি সজীৱ হৈহে উঠে।

---

—বিংশ—

নন্দলালৰো মনত ৰবীন, নলীন, মীৰা, বীণাই এটা দকৈ চাব বহুৱালে। অসমত ইমান দিন থাকিল—এই ছবিবোৰ তেওঁৰ ওচৰে-পাজৰে ঘূৰি ফুৰিও যেন অবুজ হৈয়ে আছিল। আজি যেন অসমখন অন্যৰূপত তেওঁৰ আগত জল-জল পট-পটকৈ ওলাল। তেজ শোহা কাৰবাৰৰ বাহিৰে তেওঁ আৰু জীৱনত একোকে বুজি পোৱা নাছিল—কিন্তু সিহঁতৰ পৰশৰ লগে লগে তেওঁৰ অন্তৰৰ ভিতৰত থকা আচল মানুহটো চিনি পালে। পৰশ পাথৰৰ পৰশত তেওঁৰ বহুত সলনি হ'ল, নিজেই গম ধৰিব নোৱাৰাকৈ। নীৰলে নিজকে আজৰি সময়ত সমালোচনা কৰি চাই নিজেই আচৰিত হয়। অসমখনিৰ আৰ্থিক অৱস্থাৰ কথা তেওঁৰ মনলৈ আহিল। এই নিচলা, ভালকৈ খাবলৈ নোপোৱা মানুহবোৰৰ কথা

ভাবি চালে। এই অসমতে এই মানুহবোৰে কেনেকৈ সুখে-শান্তিৰে খাই-বৈ আছিল আৰু এই মানুহবোৰক নিচলা কৰিলে কোনে? আংশিক হিচাবে তেওঁৰ নিজৰ মাবোৱাৰী সমাজ আৰু বহুত মুখা পিন্ধা আৰু সুবিধাবাদী নেতা নাম-ধৰা শিক্ষিত অসমীয়া সমাজে। ৰবীন যোৱাৰ পাছত তেওঁৰ মনটো আৰু বেয়া লগা হল। খেলিমেলি ভাব কিছুমানত পৰি কি কৰিব একো ঠিক কৰিব নোৱাৰিলে। ভাবিলে—নলীন, মীৰা একেবাৰেই গ'ল। বীণাৰ বিয়া হল—ৰবীনো শেহত কি কাৰণত বিদেশলৈ গুচি গ'ল তাৰ একো উৱাদিহ কৰিব নোৱাৰিলে। তেওঁৰ ঘৈণীয়েক নন্দিতাক মনৰ কথা কিছু কলে—আৰু কলে—"চোৱা নন্দিতা, অসমখনত যে ইমান একোটা ডাঙৰ প্ৰাণ আছে মই সেইটো ৰবীনক লগ পোৱাৰ আগলৈকে ধৰিব পৰাই নাছিলোঁ—মই ভাবিছিলোঁ ইহঁতে অলপ টকাৰ কাৰণেই নিজৰ দেশখনকে বেচিব পাৰে! কোনোবা এটা ডাঙৰ মানুহৰ ওচৰলৈ গলেই সি কয় পাৰমিতৰ কথা—এই পাৰমিত পালে কেনেকৈ ব্লেক মাৰ্কেট কৰি হোজাবোৰক ঠগি লাখ লাখ টকা পাব পাৰি, আৰু সেই তেজৰ পৰা গুহি অনা লাভৰ অংশৰ এভাগ সিহঁতে কেনেকৈ পাব তাৰ কথাও কয়।

নন্দিতা—হাজাৰ হাজাৰ মানুহে খাবলৈ নাপায়, পিন্ধিবলৈ নাপায় আৰু সিহঁতে ব্লেকমাৰ্কেট কৰে!

নন্দলাল—( উদাসভাবে ) ব্লেকমাৰ্কেটৰ পৰা মস্তো

হাত সাৰিৰ পৰা নাই, লোভত। আৰু তাৰ চিন তোমাৰ প্ৰত্যেক অঙ্গতে বিৰাজ কৰিছে, হাত, ডিঙি, কাণ। বেহু আৰু মাটি। আৰু তাৰ প্ৰায়শ্চিত্ত কৰিম বুলিয়েই আজি তোমাৰ লগতে আলোচনা কৰিছোঁ। ৰবীন আহি পালেই ইয়াৰ এটা ব্যৱস্থা কৰিম।

নন্দিতা—সঁচাকৈয়ে ময়ো তেনে কৰিলেই সুখী হম। আপুনি যেনে কৰিলেই ভাল পায় তেনে কৰক। আমি নিজৰ দেশ এৰি এই দেশত আছোঁ। এই দেশেই আমাৰ দেশ। ইয়াৰ মঙ্গলেই আমাৰ মঙ্গল। ৰবী-মঞ্জুৰ মঙ্গল— (নিজৰ লৰা-ছোৱালী হালৰ কথা উল্লেখ কৰি কলে)—

নন্দলাল—তুমিও যে মোৰ দৰেই ভাবিছা সেই কাৰণে সঁচাকৈয়ে মই বৰ সুখী হৈছো। তোমাৰ এই ভাব যাতে মাৰোৱাৰী মহিলা সমাজতো বিয়পি পৰে আৰু তেনেকৈয়ে কাম কৰে তাৰ কাৰণে অলপ যত্ন লবা! দেশৰ উন্নতিৰ হকে পুৰুষৰ যিমান দায়িত্ব তোমালোকৰো সিমানেই।"

এনেতে ৰবী-মঞ্জু 'লৰা শিক্ষা' লেচনৰ "ফটাকানি হৰিবৰ চুবুৰীয়া খনিকৰ", "একত একে এঘাৰ এক দহ এক" বুলি চিঞঁৰি চিঞঁৰি জপিয়াই জপিয়াই কিতাপ-ফলি লৈ সোমাই আহি মাকৰ ওচৰ পালেহি।



## —একবিংশ—

বিয়া হোৱাৰ কিছু দিনৰ পাছত প্ৰবীণ যেন গুমৰি গুমৰি আছে, যেন বৰ চঞ্চল উত্তেজিত। বহুত পৰ তলকা মাৰি থাকি সংযমৰ বাহিৰে আহি প্ৰবীণে ভালকৈয়ে বীণাক কলে। সেই দিনা তেওঁৰ নিচাটো যেন অলপ বেছি হৈছিল।

প্ৰবীণে কলে—বীণা, তুমিয়েই প্ৰথম দিনা কৈছিলা নহয়, ময়ে তোমাৰ জীৱনৰ প্ৰথম পুৰুষ বুলি ?

বীণাইও কথাটোৰ মুখতে ধৰি কলে—"আৰু তুমিও কৈছিলা নহয়, ময়ে তোমাৰ জীৱনৰ প্ৰথম প্ৰকৃতি বুলি ? তোমাৰ এই কথাবোৰ অসত্য, মোহত পৰি কৈছিলা। তোমাৰ বদ অভ্যাস মদ খোৱাটোকে আজি পৰিমিত এৰিব নোৱাৰিলা।

প্ৰবীণেও বাধাহীন ভাবে কলে—"তুমিও তোমাৰ বদ অভ্যাসবোৰ এৰিব নোৱাৰিলা। দিনৰাত নাৰ্শাৰী হ'ম—ৰবীনৰ প্ৰবন্ধ আৰু কিমান কথা মই—সেইবোৰ ভাল নাপাওঁ।

বীণা—ভাল পোৱা কেৱল মদ !—বহুত দিন প্ৰবীণৰ ওপৰত উঠি থকা খঙত নভবা নিচিন্তাকৈয়ে কলে।—এটা কথা সদায় তোমাৰ ভুল হৈছে, ৰবীন ককাইদেউৰ কথা তুমি কিয় বেয়াকৈ কোৱা ? তোমাক তেওঁ কি কৰিলে ?" এই কথাই প্ৰবীণক আৰু সন্দেহভাজন কৰিলে।

প্ৰবীণে অলপ চিঞৰিয়েই কলে—“ৰবীনৰ প্ৰবন্ধ, তাৰ লিখা-পত্ৰ, তাৰ কিতাপ লৈ আলোচনা—এই বিলাক কিয় ?

বীণা—মই তোমাৰ স্ত্ৰী হলোঁ বুলিয়েই মোক মিছাইও তোমাৰ ইচ্ছা অনুযায়েই যেই সেই কথা কবানেকি ?

প্ৰবীণ—( অন্যমনস্ক ভাবে এটি হুমুনিয়াহ কাঢ়ি ) মই ভাবিছিলো তোমাক লৈ মই বৰ সুখী হম ; কিন্তু নিজেই প্ৰবঞ্চিত হলো। তুমি মোতকৈ শিক্ষিতা। সেইটোৱেই তোমাৰ অহঙ্কাৰ !—এই কথাত বীণাৰ অন্তৰতম সূক্ষ্ম তন্ত্ৰীত আঘাত বেছিকৈ লাগিল। তেওঁ সক ছোৱালী এজনীৰ দৰে কান্দি পেলালে—অভিমানত, খঙত। বিয়াৰ পাছৰ পৰা বীণাৰ অন্তৰ কিছু সলনি হৈছিল যদিও বাহ্যিক ব্যৱহাৰ একে ধৰণেই আছিল আৰু কোনো দিনে প্ৰবীণক প্ৰবঞ্চনা কৰিবলৈ কল্পনাতো ভবা নাছিল। ৰবীনৰ প্ৰবন্ধ কিতাপ আদি পঢ়ি আলোচনা কৰি তাই সচাঁকৈয়ে আনন্দ পায় আৰু কেতিয়াবা কিবা সমস্যাৰ সমাধান কৰিবলৈ হলে ৰবীনৰ লগত আলোচনা কৰিবৰো ইচ্ছা কৰে। তাইৰ বিয়াৰ পাছতেই ৰবীন কৰবালৈ গুচি গল বুলি জানি তেওঁৰ প্ৰতি সমবেদনা হৈছিল যদিও সেই খিনিতেই সকলো শেষ।

* * * *

বীণা যদিও নিজৰ বিবাহিতা পত্নী আৰু ৰবীন তেওঁৰ অন্তৰঙ্গ বন্ধু তথাপি যেন কিবা এটা ভাবে প্ৰবীণক দিনে

দিনে খুলি খাব খুজিছে। যেন সেই ভাব অনন্ত, যেন শেষ নাই, যেন সমিধান নাই! কিয় এনে ভাববোৰ হঠাৎ হৈছে?

আকৌ ভাবে, "বীণা উচ্চ শিক্ষিতা, তেওঁৰ সমান নহয়, মানসিক তুলা-চালনিত দুয়োৰো যেন বহুত ডাঙৰ ব্যৱধান। সেই কাৰণেই কিজানি বীণা অসুখী। মদ খোৱাটো —বিশেষকৈ অলপ কম, নিয়মিত ভাবে মদ খোৱাটো কি জগৰৰ কথা? দেশ-বিদেশত পঢ়ি অহা ছোৱালী এজনীৰ এই নীচ ভাব কিয়?" বীণাক বিচাৰ কৰি ভাবে আনফালে— "বীণা অসুখী নহব কিয়? অসমতে বীণাৰ যোগ্য স্বামী, উচ্চ শিক্ষিত সুৰুচি-সম্পন্ন ডেকা এজনো নাই আৰু তেনেকুৱা কন্যাৰ কাৰণে উপযুক্ত অসমীয়া ডেকা ক'ত? আন আন প্ৰদেশৰ মেধাবী ডেকাবোৰৰ লগত ফেৰ মাৰিব পৰা, দুঃসাহসিক কামত ভাৰতৰ বাহিৰে ওলোই যোৱা অসমীয়া লৰা এটিও নাই।"

চিৰ প্ৰফুল্লিত প্ৰবীণে বীণাক ভুল বুজি এই খেলিমেলি ভাববোৰত পৰি উটি ফুৰিবলৈ ধৰিলে। সন্দেহৰ কলা ডাৱৰ এছটাই মনটো ঢাকি পেলালে।



—দ্বাবিংশ—

যমুনাৰ সিপাৰে লালকিল্লাৰ পৰা কৰি ছাজাহানে চাই শুভ্ৰ কবিতাৰ জোছোনা ভৰা তাজমহল!

*　　　*　　　*　　　*

তাজমহলৰ ওচৰতে বহি তাৰ শেষ কৰিব নোৱাৰা সৌন্দৰ্য্যবোৰ চাই চাই নিৰলে ৰবীনে ভাবিছে—ছাজাহান পৃথিবীৰ ভিতৰত সম্ৰাট কবি, তেওঁৰ কবিতাৰ আলম লৈ, তাৰ পৰা ধাৰ কৰি নি আজি কিমান ডাঙৰ কবি, ডাঙৰ লিখক হৈছে। আৰু ভাবিলে, হিন্দুৱে যদি আজি এই মহাশিল্পী ছাজাহানক নিজৰ প্ৰাপ্য আসন দিব পাৰিলে-হেঁতেন, মুছলিম কলাশিল্পৰ সৌন্দৰ্য্যৰ ৰহঘৰাবোৰৰ সোৱাদ চাকি ভালকৈ লব জানিলেহেঁতেন—তেন্তে পৰস্পৰৰ অন্তৰবোৰ কিমান পৰিষ্কাৰ আৰু ইটো-সিটোৰ প্ৰতি মৰম-চেনেহবোৰ কিমান বাঢ়িলেহেঁতেন। তেওঁ যেন শুনিবলৈ পালে বিষাদৰ করুণ সুৰ এটি ধীৰে ধীৰে সেই নিৰ্ম্মল পাথৰবোৰৰ পৰা নিজৰা এখনিৰ পানী নিজৰি নিজৰি বাগৰি অহাৰ দৰেই সুৰৰ ছন্দটি উটি আহিল।

“পূৰবী নিশাৰ আজান শুনি
চমকি উঠি কবি ছাজাহান—
প্ৰিয়া মমতাজ নাই বুলি ভাবি
বিদৰি উঠে দৰদী প্ৰাণ

তন্দ্ৰা সপোন উতলা প্ৰাণে প্ৰাণে
উৰি বিমানত ভাবে মনে মনে
অশৰীৰি হৈ আছা প্ৰিয়া মোৰ
(তুমি) স্মৃতিৰ কবিতা সুন্দৰী গান
খুনেৰে গঁথা নহয় শিলে প্ৰিয়া
অতি মৰমৰ তাজমহল
সৌ সিপাৰৰ যমুনা পাৰত
মোৰ যে তাজ কৰে জলমল
মালতী মিনাৰ ফুলে ৰাশি ৰাশি
মালতী হাচানা জড়ে নিতে ভৰি।
নাই মমতাজ—নাই ছাজাহান
(শুনি) বিষাদিত নীৰলাৰ উচুপনি তান।"

সুৰটিৰ শেহৰ কম্পনৰ লগে লগেই সন্ধ্যা লাগিল। সেই দিনা পূৰ্ণিমাৰ জোনটিৰ কনক কিৰণবোৰ তাজমহলৰ ওপৰত পৰি জিক্‌মিকাই চিক্‌মিকাই উঠিল। ৰবীনে তলকা মাৰি এই অপূৰ্ব্ব অবৰ্ণনীয় সৌন্দৰ্য্যবোৰ চাই চাই বহুত পৰলৈকে তাতে বহিয়ে থাকিল।

* * * *

ৰবীন ভাৰতৰ ৰাজধানী দিল্লী পালেহি। ভাৰতৰ ৰাজধানী এই দিল্লীয়েই কিমান ৰাজ্যৰ উত্থান-পতন কৰিলে। ই পৃথিবীৰ ভিতৰত বুৰঞ্জীমূলক এখনি ঘাই ঠাই। ৰবীনে

ভালকৈ চাবলৈ হাবিয়াস কৰিলে। তেওঁ কেবাজনো বিখ্যাত নেতা আদিৰ লগত দেখা কৰি অসমৰ পৰিস্থিতিৰ বিষয়ে নির্ভয় আৰু সাহেৰে আলোচনা কৰি সকলো বুজাই কলে। গোটেই ভাৰত শাসন কৰা পার্লামেণ্ট হাউচ, ইম্পিৰিয়েল চেক্রেটেৰিয়েট, কনষ্টিটিউছন হল, গভর্ণৰ জেনেৰেলৰ বাসভৱন আদি চাই তেওঁ দুই এদিনতে পুৰীলৈ আহি তাত জগন্নাথৰ মন্দিৰ আদি চাই দক্ষিণ ভাৰতলৈ যাওণা কৰিলে। ভুবনেশ্বৰৰ মন্দিৰ আদি দেখি বহুত দূৰৈৰ পৰা বিণিকি বিণিকি জিলিকি থকা সোণৰ কলচীটোৰ সৈতে শিৱসাগৰ-খনিৰ কাষত থকা বিৰাট শিৱদ'লটি তেওঁৰ চকুত ভাহি উঠিল। ইলোৰা অজন্তাৰ কাৰুকার্য্য-খচিত শিলৰ মন্দিৰ আদি চাই ভাবিলে—"আজি যদি মুছলিম সকলে হিন্দুৰ এই মহান শিল্পবোৰ হৃদয়ঙ্গম কৰি বুজি পালেহেঁতেন! অজন্তাৰ শিলেৰে গঁঠা গুহা-মন্দিৰৰ গাত নটৰাজ শিৱৰ ১০৮ নাদন্ত ভাৰত নাট্য শাস্ত্রমতে চিকুন নিমজ ভাবে কটা বিভিন্ন নৃত্য-ভঙ্গীবোৰ চাই চাই, নলীনে এদিন বহুত দিনৰ আগতে শিলৰ "পেপাৰ প্রেচাৰ"টো টেবুলৰ পৰা লৈ আবেগেৰে কোৱা কথাকিটালৈ মনত পৰিল, "দক্ষিণ ভাৰত আৰু কামৰূপৰ প্রাচীন সভ্যতা—ভাৰতৰ ভিতৰত বোধহয়, এই সংস্কৃতি সভ্যতা দুটাই পুৰণি আৰু কৌটিকলীয়া।" দুয়োখন শিৱৰ দেশ। শুদ্ধ, পবিত্র আৰু স্পষ্টভাবে; কিন্তু প্রতি মূহূর্তে যেন তেওঁৰ কাণৰ ওচৰত কোনোবাই গাজে

"ওঁ ধ্যায়েন্নিতং মহেশং ৰজতগিৰিণিভং চাৰুচন্দ্ৰাবতংশং, ৰত্নাকল্লোজ্জলাঙ্গং পৰশু মৃগবৰাভীভিহস্তং প্ৰসন্নং" আদি। নটভৈৰৱ উমানন্দৰ লগে লগে কামাখ্যাদেৱীৰ মন্দিৰটি যেন নীলা লোহিতৰ ওপৰত পৰিষ্কাৰ ভাবে ওলাই পৰিল। ৰবীনে যেন সেইফালেই চায়ে থাকিল।

* * * *

ভিক্টোৰীয়া টাৰমিনাচৰ পৰা এখন টেক্সি লৈ, তেওঁ তাজমহল হোটেল পালেগৈ। তাতে তেওঁ কিছুদিন জিৰণি লবলৈ মনস্থ কৰিলে। দুসপ্তাহমান পিচত, এদিন তেওঁ মালাবাৰ হিলৰ ফালে ওলাই গল, দেখিলে আধুনিক ৰাজভৱনবোৰ, বহু বহু টকা খৰচ কৰি সজা কাৰেংবোৰ, মূল্যবান ফুলনি বাগিচাবোৰ আৰু তাৰ সিফালে কিছু দূৰৈত খাবলৈ নোহোৱাবোৰৰ বেবে-ছালে, পানী কটা একেটা কোঠালিতে গেজেপ মাৰি বহুতো থকা, কণ কণ জুপুৰীবোৰ। তেওঁ গৈ গৈ সাগৰৰ কাষ পালেগৈ, নিৰলে হেঙ্গিং গাৰ্ডেনৰ এডোখৰ ঠাইত বহিল। সেই দিনা আৰৱ সাগৰত তুফান উঠিছিল, কিছু আগতে বতাহ-ধুমুহা, বৰষুণ হৈ গৈছিল। এতিয়া আকাশখন পৰিষ্কাৰ, সাগৰখনিও যেন শান্ত, ধীৰ, স্থিৰ! সীমাহীন সাগৰৰ সীমা উলিয়াবলৈ, ৰবীনে বহুত দূৰলৈকে চাই পঠালে। দেখিলে আকাশখন যেন সাগৰৰ গৰ্ভত মিলি গৈছে, সীমান্তৰ সিপাৰে। পানীবোৰ

আকাশৰ লগত মিহলি হৈ ধেমালি কৰিছে, যেন সেয়ে সীমা, সেয়ে তাৰ পাৰ। বেলিটিয়ে লহিয়াইছে—এনে সময়ত সাগৰৰ বুকুৰ মাজৰ পৰা এখনি বিতোপন নানা ৰঙৰ মনোমোহা, ৰামধনু ওলাই চিক্‌মিকনি তুলি নীলা আকাশ আৰু সাগৰৰ গৌৰৱ দুগুণে বঢ়াইছে। ৰামধনুৰ প্ৰতিবিম্ব সাগৰৰ পানীবোৰৰ ওপৰত প্ৰতিফলিতহৈ ৰামধনুৰ ৰংবোৰ পানীৰ ঢৌৰে ঢৌৰে নাচি নাচি, যেন ৰং সলাব খুজিছে। ৰবীনে থৰ লাগি ৰামধনুখন চালে। তেওঁ যেন কিবা এটা কথা মনলৈ আনিবলৈ চেষ্টা কৰি কৰিও যেন আনিব পৰা নাই। হঠাৎ তেওঁৰ মনত পৰিল, তেওঁ যেন কেতিয়াবা কৰবাত পঢ়িছিল, লোহিত সাগৰ আৰু ভূমধ্য সাগৰ কেনেকৈ লগ লগাব পাৰি বুলি, বহুতে চিন্তা কৰিও, ই অসম্ভৱ কাম বুলি এৰি দিছিল। আৰু কোনোবা এজন কল্পনা প্ৰিয় ইঞ্জিনিয়াৰে এনেকুৱা এখনি ৰামধনু দেখিয়েই আশাৰে বুকুত বল বান্ধি এই কাম যে অসম্ভৱ নহয় তাক প্ৰমাণ কৰিছিল। ৰবীনৰ মনলৈ আশা আহিল। আশা আহি আহিও আকৌ নাইকিয়া হয়গৈ; আকৌ আহিল। যেন সেই আশা ফলৱতী হব; সি যেন এই ৰামধনুখনৰ দৰেই পৰিষ্কাৰ বিতোপন, ইয়াৰ দৰেই তেওঁৰ আশাটো ৰং-বেৰঙৰে জিলিকি উঠা। বেলি বুৰ গল, ৰামধনু মাৰ গ'ল; কিন্তু ৰবীনৰ কলা মেঘে ঢাকি থকা মনৰ আকাশখনিত, ৰামধনুৰ দুই এটা ৰশ্মিৰ জিলিঙনি থাকিয়ে

গল। অদূৰত বন্দৰলৈ কাষ চাপি অহা, কে'ৰলিনা যাত্ৰী জাহাজখনিৰ ৰঙীণ লাইটবোৰ জ্বলি উঠাত কিৰণবোৰ নীলা সাগৰৰ ঢৌবোৰৰ ওপৰত পৰি তিৰ্‌বিৰাই উঠিল।

* * * *

হস্তিনাপুৰৰ পকা ৰঙা দেৱাল, মন্দিৰৰ চূড়া আৰু বিৰাট পথাৰখন দেখিলে মনত হয় যেন, তাৰ মাজে মাজে দুৰ্য্যোধনৰ আত্মাই মৰ আউসীৰ দিনা, ঘূৰি ফুৰি বিহৰে। মনে মনে বহি ভাবে, দু হাজাৰ বছৰৰ আগৰ ভাৰতবৰ্ষ। দুৰ্য্যোধনে সেই দিনা যেন কয় "বেজি এটিৰ আগত অহা অকণমান মাটিও নিদিওঁ, মোৰ স্বাৰ্থৰ কাৰণে, মোৰ ভোগৰ কাৰণে!"

১০ মাইল ৰঙা ৰঙা পলাশফুলেৰে উপচি থকা, সেই কুৰুক্ষেত্ৰ, এই ফুলবোৰেই যেন বীৰসকলৰ তপত তেজ, এতিয়াও ৰঙাকৈয়ে ৰাখিছে। সেই তেজ গোট মাৰি যেন এপাহ এপাহ ফুল হৈছে। অলপ কাণ দি নিতাল মাৰি শুনিলে—এতিয়াও সৈন্যবোৰ, যোদ্ধাসকলৰ কোলাহল, ৰথৰ ঘৰ্ ঘৰ্ শব্দ শুনা যায়, পাঞ্চজন্য শঙ্খ যেন বাজি উঠিল, দেখা গল, পাৰ্থৰ ৰথ বিদ্যুৎবেগে ৰণক্ষেত্ৰৰ ফালে আহিব লাগিছে। ধোঁৱাৰ খুৰাৰ কদমে কদমে ধূলিবোৰ আকাশলৈ উঠিছে। সেয়া ৰথৰ সাৰথি কোন? ত্ৰিভুবন-মোহন বীৰ যোদ্ধা সেই সময়ৰ ভাৰতৰ ৰাজনীতিৰ নেতা!

অৰ্জ্জুনে কিয় গাণ্ডীৱ পৰিত্যাগ কৰিলে ?

"ক্লৈব্যং মাস্ম গমঃ পাৰ্থ নৈতত্ত্বয্যুপপদ্যতে।

ক্ষুদ্ৰং হৃদয়-দৌৰ্ব্বল্যং ত্যক্তোত্তিষ্ঠ পৰন্তপঃ॥"

এই মনৰ দুৰ্ব্বলতাক পৰিত্যাগ কৰি, যুদ্ধ কৰিবলৈ থিয় হোৱা, নিশ্চল ভাবে বহি থকা ৰবীনৰ গাটো জিকাৰ খাই বুকুখনি ফুলি উঠিল। হিয়াখন যেন পাতল হৈ, অন্তৰখনি অদম্য সাহেৰে পৰিপূৰ্ণ হল। মনৰ দৃঢ়তা যেন ঘূৰি আহিল। আগৰ ভাববোৰ কাতি কৰি থৈ জোৰে জোৰে খোজ দিলে, দেখিলে কব পাৰি, যেন হতাশ হৈ যোৱা সেই ৰবীন আৰু নহয়! আঙুল লগা জীৱনটোৰ ৰবীনে আঁত বিচাৰি উলিয়ালে।

বম্বেৰ পৰা ৰবীন হস্তিনাপুৰ আৰু কুৰুক্ষেত্ৰলৈ আহিছিল। তাত পুৰণি স্মৃতিৰ কীৰ্ত্তিবোৰ চাই, কুৰুক্ষেত্ৰৰ একাৰে মন মাৰি বহি থাকোঁতে এই কথা যেন তেওঁক কাণে কাণে কোনোবাই কৈ দিলে।

* * * *

"অসম, মোৰ চেনেহী অসম, মোৰ মৰমী অসম। ভাল পোৱা? এখনি হিয়াক ভাল পোৱাৰ পৰাই যেন হাজাৰ হাজাৰ, লাখ লাখ হিয়াক ভাল পোৱালৈ ৰূপান্তৰিত হয়। ব্যথাতুৰ নিচলা দুখীয়া অসমীয়াৰ অন্তৰবোৰ মই ভাল পাওঁ। ভাল পাওঁ। ভাল পাওঁ। সিহঁতক মই কব নোৱাৰাকৈ ভাল পাওঁ!"

কৰ্ম্মৰ উন্মাদনাই যেন ৰবীনক আকৌ দুগুণে সবল কৰি তুলিলে। এদিনো তেওঁ আৰু ঘূৰি ফুৰি নষ্ট নকৰি, ঘৰলৈ ৰাওনা কৰি পাৰ্ব্বতীপুৰ ষ্টেছন পাই টিকট কিনি, গাড়ীত উঠিবলৈ গল।

প্লেটফৰ্ম্মত হেচা ঠেলা। কুলি, বাবু, হৰেক ৰকমৰ যাত্ৰী। বহুত ভাষাভাষী, অসমীয়া আৰু অসমৰ কাগজৰ বাহিৰে ভাৰতবৰ্ষত প্ৰচলিত বহু ধৰণৰ বাতৰি কাগজ আদি বিক্ৰেতাৰ চিঞৰ-বাখৰ। বহুত হুৰকৰাৰ অট্টৰোল। প্লেটফৰ্ম্ম পাৰ হৈ লেল্‌পেল নিছিগা ৰেলগাড়ীখনৰ ওচৰত ৰবীন থিয় হলহি। তেওঁৰ সন্মুখত থকা প্ৰথম শ্ৰেণীৰ বগীটোত লিখা আছে 'আসাম মেইল'। তাৰ দৰজাখন মেলি চাই দেখে মেম-চাহাবেৰে পূৰ্ণ। ধীৰে ধীৰে তেওঁ দৰজাখন বন্ধ কৰি, ইখন বগীৰ দৰজাখন মেলি চিড়িত ভৰি দি দেখে, যাত্ৰীৰে ওপৰা-উপৰি। সেই বগীটোত কিছুমান তিৰোতা মানুহক ৰেলৰ খিড়ীকিয়েদি ঠেলি-হেঁচি সুমুৱাইছে। ৰেলৰ ডবাবোৰৰ ওপৰতো মানুহ। সেই বগীটোত বঙালীৰে পৰিপূৰ্ণ। তেওঁ-লোকো অসম যাত্ৰী। সেই দৃশ্যবোৰ ৰবীনে অলপ বৈ চালে। তাৰ পৰা অন্য এখন বগীলৈ গৈ, কোনোমতে দৰজা মলি চাই যে তাত শিখ পঞ্জাবীৰে গেজেপখোৱা। তেওঁ সিহঁতে 'পায়া পায়া' বুলি কোৱাৰ পৰা জানিলে যে সিহঁতো অসম যাত্ৰী। অন্য এখন কম্পাৰ্টমেণ্টত চেষ্টা কৰিবলৈ বুলি তেওঁ দৰজা মেলি চাই তাত বিহাৰি, অন্য এখনত উৰিয়া, এখনত মাৰোৱাৰী,

এখনত হিন্দুস্থানী। সিহঁতে ৰবীন সোমাব খোজা দেখি চুখা মলি তেওঁক ডাবিকে দিলে। আৰু এখনত খিচিৰ-মিচিৰকৈ বহা হবেক কিচিম লুঙি-পায়জামা পিন্ধা যাত্ৰী। সকলোবোৰ অসম বুলি ৰাওণা কৰা। লগত ঘটী, চাতুখোৱা থাল বাটি, কম্বল, কঙ্কৰ খোৱা চিলিম আৰু বহুত ধৰণৰ হোকা। আৰু এখন বগীলৈ তেওঁ চোচা ললে: তাত দৰজাখনিৰ হেণ্ডেল বাৰ ডালত ওলমি থকা কাৰ্ডখনত লিখা আছে "ৰিজাৰ্ভড্—ইন্দ্ৰজিত গুহ, আসাম গভৰ্ণমেণ্টৰ ডাঙৰ ৰাজকৰ্ম্মচাৰী"।

এই কোঠালিটোত ৰবীন সোমাব খোজা নাছিল; কিন্তু তেওঁৰ মালবাহী কুলিটোৱে চিঞৰি চিঞৰি কলে, "ৰাবু, উঠিয়ে উঠিয়ে"। ৰবীনে ঘূৰি কলে—"এ ৰিজাৰ্ভড্ হ্যেয়"। কুলিটোৱে উত্তৰ দিলে, "সব জুথ্ হ্যেয়; আপ উঠিয়ে না"। ৰবীনে তাৰ কথাত হয়ভৰ দি উঠিব খোজোতেই ভিতৰত বিজুলী 'ফেন' চলাই আৰাম কৰি বাতৰি কাগজ পঢ়ি বহি থকা যাত্ৰীজনে ইংৰাজীতে কলে—"Well, this is a reserved berth. Shut the door and quit" ৰবীন ওলাই একালৰ পৰা গাড়ীবোৰলৈ চালে, কব নোৱাৰাকৈ এটি হুমুনিয়াহ ওলাই আহিল। হঠাৎ এটি ভাব তেওঁৰ বিজুলীৰ দৰে আহিল 'মই অসমী আইৰ বুকুলৈ ঘূৰি যাবলৈ আহিও আজি এখানিমান ঠায়ো লব নোৱাৰো আৰু সিফালে দিনে-ৰাতিয়ে হাজাৰ হাজাৰ ভাৰতীয়, অ-ভাৰতীয়ই অসম শোষণ কৰিবলৈ ভোকাৰ্ত্ত হৈ লৰি যাবলৈ ধৰিছে'।

তেওঁ তৎক্ষণাৎ সেই ৰিজাৰ্ভড্ কম্পাৰ্টমেণ্টত উঠি কুলিটোক মালবোৰ ভৰাই দিবলৈ কলে। যাত্ৰীজন খঙত একো নাই হৈ—"মশাই, বেৰে জান বেৰে জান" বুলি চিঞৰিবলৈ ধৰিলে। ৰবীনে কৰ্ণপাতেই নকৰি কুলিটোৰ পাওনা দি নিৰ্ভয়ে আসনত বহি কলে—"Shun the beaurocratic style my dear friend. See the fun in the platform and the bogis—the condition of the poor women. Nero fiddling! অফিচাৰজন ৰবীনৰ কথাত কিছু শান্ত হৈ বিশেষ আৰু গণ্ডগোল নকৰি কেৱল কলে, "দৰজাটা kindly বন্ধ কৰে দিন—Nobody can have a lift."

নাগৰিক স্বত্ব অধিকাৰ কৰিবলৈ অহা হাজাৰ হাজাৰ অনা-অসমীয়াক আসাম মেইলে আমিনগাওঁ পহুঁচাই দিলে। আমিনগাৱঁৰ ফেৰিখনত উঠি ৰবীনৰ আকৌ মনত পৰিল সেই পুৰণি সপোন আৰু গল্পটোৰ কথা।

* * * *

ৰবীন আহিয়েই নন্দলালৰ লগত বিশেষ গুৰুতৰ কিছু বিষয় আলোচনা কৰি কিছু দিনৰ পাছত মাজুলীলৈ যাওা কৰিলে।

মাজুলীৰ অন্তৰ্গত এখনি ভিতৰুৱাল দ' গাওঁ। বাৰিষা-কাল গাৱঁৰ ফাললৈ যোৱা এটি আলি বোকাময়। খোজ

কাঢ়িলে আঠুলৈকে পোতখাই ভৰি লাগি ধৰে, বহুত কষ্ট আৰু পৰিশ্ৰম কৰিহে ভৰি উলিয়াই ইখোজৰ পৰা সিখোজ দিব পৰা যায়। আলিটোৰ দুয়োকাষে জলাতক পানী, দলনী, মহ, দাহ আৰু জোকৰ বাসভূমি। অলপ গৈ ৰবীনে ওখ ঠাই এডোখৰ চাই ভৰিৰ বোকাবোৰ ধুই ললে। পিয়াহ লাগিছিল, খাবলৈও অলপ ভাল পানী বিচাৰিলে। সেই ফাললৈকে এজাক গাভৰু যোৱাৰীয়ে কাষত কলহ লৈ পানী নিবলৈ আহি এটা পুখুৰীৰ পাৰ পালেহি। তাৰে কিছুমানে কলহবোৰ মাজিবলৈ ধৰিলে। দুজনীমানে পুখুৰীৰ পুনিবোৰ কলহৰ তলিটোৰে গুচাই গুচাই পানী ভৰাই কাষত কলহ লৈ ওপৰলৈ উঠি আহিল আৰু কেতবোৰ গাভৰুৱে মেখেলা-খনেৰে বুকুৰ মেখনিখনি টানি বান্ধি জপং জপং কৈ পানীত পৰি সাঁতুৰিবলৈ লাগিল; চৰি থকা হাঁহবোৰে পাখি কোবাই তেঁ—এ—এত, তেঁ—এ এত, বুলি চিঞৰি আঁতৰি গ'ল। সিহঁতকে দেখি ঘুলি লৈ বোকাত শুই থকা দুটা গোনা ম'হে শিং দুটা তুলি গহীনকৈ অলপ চালে।

ৰবীনে খোৱা পানীৰ নমুনা নিজেই বুজি লৈ তেওঁ পানী নাখাই আগলৈ খোজ দিলে। তাৰ পৰা আলিটো কিছু ওখ। আলিৰ দুয়োকাষে গাওঁলীয়া চহাৰ ঘৰ। ঘৰবোৰ উৱলি যোৱা, কিছুমান ঢোকা দি ৰখা। অলপ গৈ এটি স্কুলঘৰ দেখিলে। ওপৰৰ একালৰ আধাখিনি চাল নাই, বেৰ বুলিবলৈ মাত্ৰ মূধচৰ ফালে দুখন। ওখ দুখনি

চাং। তাৰ এখনত দুটা ছাগলী শুই ঘাঁহ পাগুলিছে। স্কুলটো দেখি ৰবীনে নিজেই কলে, “এয়ে আমাৰ দেশৰ ভবিষ্যত বংশধৰ সকলৰ পঢ়াশালী!” তাৰ পৰা কিছুদূৰ গৈ তেওঁ দেখিলে এঘৰৰ চোতালত কিছুমান নঙঠা পেটুৱা পেটুৱা লৰা-ছোৱালী, কিছুমান শেঙুন নকা উশাহ-নিশাহৰ লগত শেঙুনবোৰ ওলোৱা-সোমোৱা কৰা; সিহঁতে কিবা এটা খেলিবলৈ দুদল হৈ কোঢ়াল লগাইছে। আৰু অলপ গৈ এখন বাৰান্দাত বহি এজন আদহীয়া মানুহে হোকা খাই খাই কিবা এটা যেন কাৰবাক কৈছে। এজাক গৰু এটা গৰখীয়াই আলিটোৰেদি খেদাই অনাত তেওঁ একাষে থিয় হৈ বাট এৰি দিলে। গৰুবোৰ তেওঁৰ চকুত পৰিল, কেটেঙা বেমাৰী। তেওঁৰ নিজৰেই হাঁহি উঠিল—'মাজুলি বোলে গাখীৰ, মাখনৰ দেশ।' গৰখীয়াটোক সুধিলে “গৰুবোৰ কেলৈ এনেকুৱা?” গৰখীয়াটোৱে কলে, “এইবাৰ বহুত গৰু বেমাৰত মৰিল, কিছুমান এতিয়াও চৰকাত ভুগিছে, বাৰিষা ঘাঁহৰ কাৰণে বৰ টনাটনি, গৰু পতিপাল কৰাই টান।” “কিয়? গৰুবোৰ চাবলৈ ডাক্তৰ নাই?” “আও! গৰুৰনো কৰবাত ডাক্‌দাৰ আছেনে? অইন কি মানুহৰ বেমাৰ হলেও ডাক্‌দাৰ নলগাই বেজকেহে পচন্দ কৰে, আৰু সিফালে ডাক্‌দাৰক পইচা ভাঙিবলৈ পইচানো ক'ত!”

ৰবীন আগ বাঢ়িল। ইয়াৰ পাছতেই এজাক ম'হ, গৰখীয়াটোৱে এটা গেঁৰা ম'হত একেবাৰে ম'হজাকৰ শেহত

উঠি ম'হৰ শিঙৰ এটি পেপাঁত টিহিটি টিহিটি টলল্ টলল্ বাই ৰবীনৰ কাষেদিয়ে গল। ৰবীন আৰু অলপ গৈ এটি পৰিষ্কাৰ পৰিচ্ছন্ন পদূলি পালেগৈ। বাৰী-ঘৰ আটোম-টোকাৰীকৈ সজা। পদূলিমুখত দোজোপা বকুল গছ, এজোপা বেল। এটা সৰু পুখুৰী, পাৰৰ চাৰিউকাষে জৰা আৰু টগৰ ফুলেৰে উপচি পৰা। ৰবীন অলপ বৈ অলপ ভাবি দীঘল পদূলিটো পাৰ হৈ চ'ৰাঘৰ পালেগৈ। সেই গৃহস্থৰ সৰু গোঁসাই ঘৰটিৰ পৰা ডবা-কাঁহৰ কোৰ পৰাৰ শব্দ ওলাল। সন্ধ্যা লাগিল, গোঁসাই ঘৰত চাকি জ্বলোৱা হ'ল। সেই দিনা তাতে ৰবীন আলহী থাকিল।

পিচদিনা ৰাতিপুৱা—আলহী ৰবীন আৰু গৃহস্থ ভোলা শিৰোমণিৰ লগত গাওঁখনি আৰু মৌজাৰ বিষয়ে বহুত কিবাকিবি আলোচনা কৰি, ৰবীনে শিৰোমণিক সুধিলে—"আপোনাৰ আৰু কোনো নাই?"

শিৰোমণি—ওঁহো, কেওঁ নাই বোপা, লৰাহঁতেই মোৰ স্ত্ৰী আৰু সকলো। তাইৰো গিৰিয়েক যোৱা চ'তত ঢুকাল, স্বামীৰ মুখ তাই আৰু নেদেখিলে। দুখীয়া বামুণ, দৰা বিচাৰি হাবা-কাবা খাই, বুঢ়া এটালৈকে তাইক সঁপিছিলো।" —দুখত কলে।

ৰবীন—তাইক পুনৰ বিয়া দিয়াৰ আৰু কোনো চেষ্টাই

আপুনি কৰা নাই ?"—আৰু এটি সমাজৰ ডাঙৰ সমস্যা, ৰবীনৰ চকুৰ আগত তৎক্ষণাৎ যেন ভাহি উঠিল।

শিৰোমণি—বিধৱাৰ বিয়া—চেষ্টা কৰিলেই জানো হয় ?

ৰবীন—কিয় নহব ?

শিৰোমণি—আমাৰ ইয়াত বিধৱা বিয়া এটি দৃষ্টান্ত হে। কেতিয়াবা শুনো বোলে, কৰবাত এজনী ছোৱালীৰ বিয়া হৈছে—সেই খিনিতে সকলো শেষ। সকলোৱে কয় 'ফুলতে বিধৱা হোৱাবোৰক, পুনৰ ডেকাবোৰে বিয়া কৰাব লাগে—' কিন্তু কামত কোনো আগ নাবাঢ়ে। বিধৱা বিয়াৰ কথা পোনতেই ময়ো ভাবিব পৰা নাছিলো ; কিন্তু মোৰ লৰমুক দেখি সেই ভুলটো ভাগিল বোপা। ( অন্যমনস্ক হৈ ) বুঢ়া হৈ আহিছো, মোৰ কেতিয়া কি হয়, তাৰনো কি ঠিক ? তাইক নো কাক গতাম ?

ৰবীন—সকলো কথা আপোনাৰ আগতে ভাঙিপাতি মই কলো। এতিয়া মই সেই দৰে কাম কৰিব খোজো—লৰমুৰ কথা আপুনি ভাবি দুখ কৰিব নালাগে। মোক প্ৰথমতে সহায় কৰক।

শিৰোমণি—নিশ্চয় সহায় কৰিম বোপা, তোমাৰ মহৎ উদ্দেশ্যত গঞা আৰু সমূহ ৰাইজে সঁচাকৈয়ে সহায় কৰিব।" —এনেতে লৰমুৱে চিলিম ফুৱাই ফুৱাই হোকাটো দেউতাকক দিলেহি।

ৰবীন—তোমাৰ নাম লৰমু নহয় নে ?"—ৰবীনে সোধাত

লৰমু থমক খাই তলমূৰ কৰি থিয় হল। বাওঁ ভৰিৰ বুঢ়া আঙুলিটোৰে তলৰ মাটি খুচৰিবলৈ লাগিল। শুনা-মুশুনাকৈ উত্তৰ দিলে—"হয়। লৰমুৰ বয়স ১৬ বছৰ, স্বাস্থ্যৱতী, সুঠাম, বৰ বেছি ৰূপৱন্তী নহলেও মুখত এটি অমায়িক আৰু কোমল ভাবে সকলোকে মৰম লগায়।

*    *    *    *

দুই-এদিনতে তেওঁ আকৌ যোৰহাটলৈ আহি, তেওঁৰ বয়-বস্তুবোৰ নি সেই গাৱঁকে কেন্দ্ৰ কৰি, তেওঁ তাতে কাম কৰিব বুলি সিদ্ধান্ত কৰিলে। প্ৰায় এমাহ মানৰ পাছত ৰবীনে সেই মৌজাৰ এটি নামঘৰত, বৰ সমাৰোহেৰে, এটি বৰ ডাঙৰ নামগোৱা আৰু এটি ভাওনা পতালে। ৰাইজৰ হেন্দোলদোপ লাগিল। ভাওনা—আউনীআটী সত্ৰৰ বিখ্যাত 'ৰুক্মিণী হৰণ'। ১৪ খন গঞাই মিলি এই উৎসৱ পাতিছে। ৰবীনে এই উৎসৱৰ সহায় লৈয়ে, নিজৰ কামৰ আঁচনি, সকলোকে সহজ ভাবে বুজাই দিলে। গঞাই 'হৰ্ষধ্বনি' দি তেওঁক আদৰি নিজৰ এজন বুলি মানি ললে।

---

## —ত্ৰয়োবিংশ—

প্ৰায় ৫ বছৰৰ মূৰত—

অক্লান্ত পৰিশ্ৰম কৰোঁতে কৰোঁতে ৰবীনৰ স্বাস্থ্য বহুত ভাগিল। মাজতে খুব অসুখেই হৈছিল। লৰমুৰ পৰিচৰ্য্যাত তেওঁ কিছু টন্‌কীয়াল হৈ উঠিল। তেওঁৰ অসুখৰ বাতৰি পাই নন্দলাল মাজুলীলৈকে আহিল। বোকাত জহি খহি, পমি ভাহি যোৱা মৌজাখনি, যেন এপাহি পদুম ফুলহে এনে যেন লগা হ'ল। অসুখীয়া শৰীৰেই নন্দলালক মৌজাখনত, তেওঁ কি কি কাম কৰিলে, একালৰ পৰা ভালকৈ বুজাই দেখুৱাই, গাৱঁৰ আলিটোৰেদি খোজ কাঢ়ি যাওঁতে, তেওঁ কৈ গল যে, সেই আলিটো কেনে আছিল আৰু এতিয়া কেনে হল!

শাৰী-শাৰী, পৰিপাটিকৈ ধুনীয়াকৈ সজা, সৰু বৰ গাৱঁৰ ঘৰবোৰ চাই চাই তেওঁলোক আগবাঢ়িল।—এইটো ১৫০০শ স্বাস্থ্যবান লৰা-ছোৱালীয়ে পঢ়িব পৰা স্কুল। এইয়া চাওক, এইফালে, সৌটো গোটেই মৌজাৰ সকলো বেমাৰীক চিকিৎসা কৰিব পৰা ১০০শ বেডৰ হস্পিতাল।—আলিত থিয় হৈ দূৰৈত থকা ফুলনি বাগিছাৰে ডাঙৰ কম্পাউণ্ডটোৰে সৈতে হস্পিতালটো দেখুৱাই কলে।

ধীৰে ধীৰে কথা পাতি আৰু কিছু দূৰ আহি কলে, —এইটো গাৱঁৰ ক্লাবঘৰ. আলোচনাৰ ঠাই। সেইয়া সিফালে

নতুনকৈ সজা ধুনীয়া নামঘৰটো আৰু সৌ গম্বুজটোৰ চূড়া যে দেখিছে সেইটো ডাঙৰ মছজিদ।

নামঘৰটোৰে সোঁফালে ৰঙ্গমঞ্চ। ইয়াৰ লগতে থকা এই ধুনীয়া আহল-বহল ফিল্ডখন ব্যায়াম আৰু লৰা-ছোৱালী-বোৰৰ খেলা ঠাই। নন্দলালে ৰবীনৰ কৰ্ম্মশক্তিৰ পৰিচয় পাই তন্ময় হল।

আৰু অলপ গৈ দূৰ দূৰণিলৈকে মনা ২০০০ হেজাৰ পুৰাৰ টো খেলি থকা সেউজীয়া ধাননি, সৰিয়হ, কুঁহিয়াৰ মাটী-মাহৰ খেতিবোৰ দেখুৱাই কলে—আপুনি যে দহোটা ট্ৰেক্টাৰ পঠাইছিল তাৰ দ্বাৰাই কৰা এই খেতি। আজি ৫ বছৰে সেইবোৰৰ পৰাই বহুত কাম কৰা হৈছে আৰু পাঁচোটা হলে আৰু ভালেখিনি মাটি চহাব পৰা হব।

তাৰ পৰা তেওঁলোক আহি সুন্দৰ ভাৱে পৰিপাটিকৈ সজোৱা দীঘল দীঘল ঘৰবোৰ দেখুৱাই, চাইন-বৰ্ডখনলৈ আঙ্গুলিয়াই কলে, স্বৰ্ণপুৰ মৌজাৰ ক'-অপাৰেটিভ হেণ্ডলুম চোচাইটী—আহক ভিতৰলৈকে যাওঁ।

এহেজাৰ তাতৰ খট্ খট্ শব্দ, প্ৰায় ১২০০শ গাভৰু বোৱাৰীয়ে কাম কৰা দৃশ্য সচাঁকৈয়ে ভাল লগা। ফেক্টৰীৰ ভিতৰত সোমাই ৰবীনে নন্দলালক এফালৰ পৰা দেখুৱাই যাবলৈ ধৰিলে। কামত ব্যস্ত থকা ছোৱালীবোৰে তিৰোতা-বোৰে নম্ৰভাৱে নন্দলাল ৰবীনক অভ্যৰ্থনা জনালে। তেওঁ-লোকে তাৰ পৰা ওলাই আকৌ আম্পাণ্ট দিয়া আলিটোৰেদি

আগবাঢ়িল। নিৰ্ম্মল পানীৰে ভৰপূৰ ডাঙৰ পুখুৰী আৰু পানীতোলা যন্ত্ৰবোৰ দেখুৱাই কলে,—চাওক—আপোনা-লোকে যোৰহাট নগৰত এনে নিৰ্ম্মল পৰিষ্কাৰ পানী খাবলৈ পাইছানে? নন্দলালে হাঁহি কলে—আপোনাৰ কাম দেখি শুনি ভাষাৰে কবলৈ একোৱেই নাই।

এক ফৰ্লিং আগবাঢ়ি তেওঁলোক ডেয়েৰী ফাৰ্মখনত সোমাল। ৰবীনে কলে—মাজুলী ঘিউ মাখনৰ দেশ। —শকট ডাঙৰ গৰুবোৰ দেখুৱাই কলে,—ইহঁতে যথেষ্ট গাখীৰ দিয়ে। সিবাৰ আপোনালৈ পঠোৱা ঘিউ আৰু মাখন এই ফাৰ্মৰে।

এই মৌজাৰ কাৰণে কৰা পাৰ্ক আৰু জিম্‌নাচিয়ামলৈ ৰবীনে নন্দলালক লৈ গ'ল।

* * * *

এসপ্তাহমান নন্দলাল ৰবীনৰ লগত থাকি বিদায়ৰ বেলিকা লৰমুক মাতি আনি কলে,—লৰমু চাবা যাতে ককাইদেৱেৰে অসুখত আৰু নোভোগে। তেওঁক তোমাৰ হাততে গতালো। তোমাৰ কথা এখেতৰ মুখত সকলো শুনিছো, তোমালোকৰ ৫ বছৰেকীয়া উৎসবলৈ আৰু তিনিমাহ বাকী, সেই সময়ত আকৌ আহিম। ইয়াতেই থাকি যাবৰ মন যায়, কাৰবাৰবোৰ এৰি থাকিবলৈকেহে দিগদাৰ।

—চতুৰ্বিংশ—

স্বৰ্ণপুৰ মৌজাৰ প্ৰকাণ্ড অফিচ। বহুত কৰ্মব্যস্ত কেৰেণী আমোলা। সুন্দৰ ভাৱে সকলো সজোৱা। টাইপ-ৰাইটাৰবোৰৰ খট্ খট্ শব্দই হে কেৱল নিস্তব্ধতা ভাঙিছে। অফিচাৰ সকলৰ দাড়ি গোফ কমোৱা, সকলোৰে ইউনিফৰ্ম পোষাক। ডিচিপ্লিন মানি চলা কৰ্মচাৰীবোৰ বেচ খৰটকীয়া, পৰিষ্কাৰ-পৰিচ্ছন্ন। কোনোবাই কিবা কথাত আহিলে হাঁহিমুখে অভ্যৰ্থনা কৰি এদিনৰ ভিতৰতে সকলো কাম সমাধা কৰা। ৰেড-টেপিজিম বা ফাইলঘূটি তিনিমাহ সময় নষ্ট কৰা অভ্যাস কাৰোৰেই নাই। সকলোৰ নবীনে শিক্ষা দিয়া।

নিজৰ অফিচৰ কোঠাত বহি নবীন কাগজ-পত্ৰ চাই কিবা চহী কৰিছে, ওচৰতে তেওঁৰ বৰ কেৰাণী।

—গভৰ্ণমেণ্টক কেই হাজাৰ মোন ধান চপ্লাই কৰা বুলি কলে ?

—বাইশ হাজাৰ মোন।

—দাম ?

—আপোনাৰ মোনে দহ টকাকৈ, ২ লাখ বিশ হাজাৰ।

—হেগুলুমৰ কাপোৰ—

—ডেৰলাখ টকাৰ।

—বাকৰ চাউল, অ' ইয়াত আছেই ১৫ হাজাৰ মোন।—ষ্টেট্‌মেণ্ট চাই—কুৰি টকাকৈ ৩ লাখ টকা—

—ডেয়েৰী আৰু পলট্ৰী ফাৰ্ম, মাটি-মাহ, সৰিয়হ, মৰাপাট, শাক-পাচলি আৰু অন্যান্যৰ পৰা আৰু ২ লাখ টকা আয় হৈছে—

—গভৰ্ণমেণ্টে এই বিলবোৰ কেতিয়া আদায় দিব ?

—মাৰ্চ্চ মাহত।

—আপুনি নিজে পেমেণ্টৰ কাৰণে যোৰহাটলৈ গৈ সোনকালে এটা ব্যৱস্থা কৰিব। কিয়নো এইবাৰ লাভৰ টকাৰে এটা মেটাৰ্নিটি ওৱাৰ্ড আৰু অয়েল মিলটোৰ কাৰণে ৪টা ক্ৰুড ইঞ্জিন, দুটা চিনেমা প্ৰজেক্টাৰ কিনিব লাগে।

কেৰাণীয়ে কাগজ-পত্ৰ লৈ ওলাই গ'ল। ইয়াৰ পাছত আৰু দুই এজন কৰ্ম্মচাৰীয়ে ৰবীনৰ হতুৱাই, কিবাকিবি কাগজ-পত্ৰ চহী কৰোৱাই প্ৰস্থান কৰিলে।

অলপ পিচত লৰমুৱে কিছুমান কাগজ আৰু কাপোৰৰ কিছু নমুনাৰ বহী লৈ, হাঁহিমুখে সোমাই আহি, তলমূৰ কৰি, কিবা লিখি থকা ৰবীনক 'জয়হিন্দ্‌' বুলি অভ্যৰ্থনা জনালেহি। ৰবীনে মূৰ তুলি চাই হাঁহি কলে—জয়হিন্দ্‌, লৰমু, আহা, বহা সৌ চকীতে।

—চাওক আপোনাক বিচাৰি গোটেইখন চলথ কৰি ইয়াতেহে পালোহি। সেই ৰাতিপুৱাই ওলাই এই অফিচতে ইমান পলম কৰি নাখায়-নবৈ কাম কৰি আছেহি।

—জৰুৰী কাম দুটামান আছিল।

—আপোনাৰ সদায় জৰুৰী কাম। শৰীৰটোৰ ফালেও চাব লাগে নহয়, মোৰ এই কাপোৰৰ ডিজাইনকিটা চাওকচোন।

—তুমি কৰা ডিজাইনৰ কাপোৰ যোৰহাটৰ মানুহবোৰে বৰ পছন্দ কৰিছে। কেবাগজ কাপোৰৰ কাৰবাৰ কৰা ডাঙৰ ব্যৱসায়ীয়ে প্ৰায় ৭৫ হেজাৰ টকাৰ কাপোৰৰ অৰ্ডাৰ দিছে— তিনিমাহত দিব লাগিব, পাৰিবা নে ?

—অ' আই নোৱাৰিম কিয় ? চাওক এই ডিজাইনকিটা। বহীটো খুলি খুলি ৰবীনক এফালৰ পৰা দেখুৱাই যাবলৈ ধৰিলে। ৰবীনে মনোযোগেৰে চায়। এইটো চাওক, ডায়মণ্ড, এইটো হুকাবেক, এইটো টুইল, এইয়া চাওক এইটো হনিকম্ব, আৰু এই কিটা আমাৰ পুৰণি অসমীয়া কাপোৰৰ ডিজাইন, কোনটো আপোনাৰ ভাল লাগিছে ?

—মোৰ সকলোবোৰই ভাল লাগে।—হাঁহি ৰবীনে কলে।

—তেও কওকচোন কোনটো বেছি ভাল—ৰবীনলৈ চাই থাকিল।

—এই দুটা ডিজাইনেই বৰ্ত্তমানে বেছি চলে, ইয়াৰ কাপোৰেই বেছিকৈ এতিয়া লগাবা।

—বাৰু আপুনি কোৱামতেই কৰিম, আপুনি এতিয়া ঘৰলৈ আহি খোৱা-লোৱা কৰকহি।

—তুমি আগবঢ়া, মই আধাঘণ্টাৰ পিছতেই গৈছো। ঘড়ীটো চাই কলে। লৰমুৰে উঠি যাবলৈ আগবাঢ়ি দুৱাৰ

ওচৰ চাওতেই লৰমুক চাই চাই তন্ময় ভাৱত ৰবীনে মাত দিলে, কব নোৱাৰাকৈ—"বীণা, চাওঁ।"—"মোৰ নামটো বীণা নহয় লৰমুহে।" লৰমু ঘূৰি আহিল। ৰবীনে হাঁহি ভাৱটো লুকাবলৈ চেষ্টা কৰি—"অ'—লৰমু লৰমু।"—হঠাৎ যে কিবা এটা ভুল কৰিলে সেইটো গম ধৰিব পাৰি নিজেই কথাৰ সুৰ সলাই ৰবীনে কলে বৈ-বৈ,—"অ নহয় নহয়। এই বীণা —বীণা, তুমি যে বীণা বজোৱা, আমাৰ সঙ্গীত বিদ্যালয়ত। সেই বীণাখন বহুত দিন তোমাৰ হাতত দেখা নাই।"

—তাৰ তাঁৰডাল কেতিয়াবাই ছিগিল, এনেয়ে পেলাই থৈছো।

—কিয় ঠিক কৰি লগাই নোলোৱা? আজি গধূলি বজাব লাগিব, মই শুনিম।

—বাৰু।

এনেতে ৰবীনৰ অফিচৰ লগুৱাটোৱে কিছুমান চিঠি ৰবীনৰ হাতত দিলেহি। ৰবীনে চিঠিবোৰৰ শিৰোনামাবোৰ চাই চাই, এখন চিঠিৰ শিৰোনামাৰ আখৰবোৰ তেওঁৰ কোনোবা এজন অন্তৰঙ্গ বন্ধুৰ বুলি জানি খুলি পঢ়ি লৰমুক কলে—"মই এতিয়াই যোৰহাটলৈ যাম। মোৰ লগেজপত্ৰ আদি মণিৰামৰ হতুৱাই বন্ধাই থোৱাবা।" আচৰিত হৈ লৰমুৱে কলে,—"ইমান লৰালৰি কৰি?"

—জৰুৰী কাম।—হঠাৎ চিন্তাগ্ৰস্ত হৈ ৰবীনে উত্তৰ দিলে।

—আপোনাৰ সদায়ে জৰুৰী কাম!

## —পঞ্চবিংশ—

দুদিনৰ আগতে উদ্দেশ্যহীন ভাবেই প্ৰবীণ চিকাৰলৈ গৈছিল ; সেইদিনা ঘূৰি আহি বৈঠকখানাত সোমাই, চট-গানটো আৰু পিস্তলটো থৈ মাথোন বহিছিলহি। প্ৰকাণ্ড এলচেচিয়ান কুকুৰটোৰেও, নেজডাল লৰাই লৰাই, সিও চকা এখনত বহিল। প্ৰবীণে চিগাৰেট এটা জ্বলাই, টানি টানি, বহাৰ পৰা উঠি কোঠাত কেবাবাৰো ঘূৰাঘূৰি কৰিলে, তাৰ পৰা অস্থিৰতাৰ ভাব ভালকৈয়ে ফুটি উঠিল। অলপ পিচতে ৰবীনো সেই কোঠালিটোত সোমাল। তেওঁ মাজুলীৰ পৰা এই মাত্ৰ পাইছেহি। সময় নষ্ট নকৰাকৈয়ে দুয়ো যেন কিবা এটাৰ বিষয়ে আলোচনা কৰিবলৈ লাগিল।
শেহত দুটা সিংহই যেন যুদ্ধৰ কাৰণে সাজু হৈ গৰজি উঠিল।

"তোমাৰ সৌজন্যতাৰ, ভদ্ৰতাৰ, তোমাৰ সুৰুচিসম্পন্নতাৰ, শিক্ষা-দীক্ষাৰ সভ্যতাৰ সীমাৰ বাহিৰে গৈছে প্ৰবীণ!" বহুতপৰ বুজাবলৈ ব্যৰ্থ চেষ্টা কৰি ৰবীনে শেহত কলে।

"আজিৰ এই সমস্যাৰ সমাধান কৰিম বুলিয়েই তোমাক মাতি আনিছো, অনিশ্চিত অৱস্থাত—আৰু অকণো নাথাকো।" প্ৰবীণেও একে সুৰেই কলে।

"তোমাৰ স্ত্ৰীক—মোক,—তুমি কিয়—কিয়—কিয়—অপমান কৰিবা? তোমাৰ কি স্বত্ব, কি অধিকাৰ আছে?"

—স্বত্ব অধিকাৰৰ কথা নহয় ৰবীন। মোৰ মনুষ্যত্বটোক অবমাননা কৰাৰ কথা, মোৰ পৌৰুষত্বটোক হীন বুলি প্ৰতিপন্ন কৰাৰ কথা মই কেতিয়াও সহ্য নকৰো। তুমি কিয় তলে তলে মোৰ স্ত্ৰীৰ লগত মানসিক এটা সংযোগ ৰাখিবলৈ যত্ন কৰি আছা? কিয় তাইলৈ চিঠি-পত্ৰ লিখা?

—কি?"—স্বৰগ পৰি ৰবীনে যেন নিশ্চল হল। আকৌ নিজে নিজেই, প্ৰবীণৰ কথাবোৰ সোৱঁৰাই ধীৰে ধীৰে কলে —"তোমাৰ স্ত্ৰীৰ লগত মোৰ চিঠি-পত্ৰৰ আদান-প্ৰদান? ই কেনে কথা? প্ৰমাণ—প্ৰমাণ—প্ৰমাণ কি?"

—প্ৰমাণ বহুত! তুমি খুব মেধাবী ত্যাগী কৰ্ম্মীৰ ভাও ধৰি, মুখা পিন্ধি, তলে তলে বন্ধুৰ বিপক্ষে এনে কথা,—তুমি হীন, তুমি নীচ, তুমি বিশ্বাসঘাতক—।" টেবুলত ভুকু মাৰি কলে।

"মই বিশ্বাসঘাতক!"—অন্তৰত শক্তি সংগ্ৰহ কৰিবলৈ চেষ্টা কৰি, ৰবীনে আকৌ কলে—"মই হীন, মই নীচ, মই বিশ্বাসঘাতক! আনৰ সন্মানিত স্ত্ৰীৰ লগত মোৰ গুপ্ত প্ৰণয়!" —ঠাট্টাৰ সুৰত হো-হো কৰে, ৰবীনে নিৰ্ভয়ে হাঁহি দিলে।

—আজি বিয়া কৰোৱা ইমান দিন! সংসাৰৰ সুখ-শান্তিৰ পৰা বঞ্চিত হৈছো, ৬ মাহ আৰ্জি মোৰ টোপনি নাই! তোমাৰ যদি বীণাক বিয়া কৰাবলৈ ইমান ইচ্ছা আছিল, মোক পৰিষ্কাৰ ভাবে কব লাগিছিল।

—তোমাৰ হাতত একো প্ৰমাণ নাই, অথচ মানসিক

সন্দেহত পৰি ছটফটাই যন্ত্ৰণা ভুগিছা ; এনে ব্যৱহাৰ তোমাৰ পৰা কোনেও আশা নকৰে প্ৰবীণ। তোমাৰ ভিতৰত থকা পশুটোক সংযমী কৰা।

উন্মাদৰ দৰেই প্ৰবীণে কলে—"পশু কোন ? তুমি নে মই ?"

—নীৰলে খংটো দমাই, অলপ পিচত চিন্তা কৰিলেই গম পাবা পশু কোন ?

—মোৰ সুখ, মোৰ সম্ভোগ, মোৰ শান্তিৰ পৰা মই বঞ্চিত হলো তোমাৰ কাৰণেই !

—তাৰ পৰা আজি মুক্তি পাবা। তোমাৰ সুখ সম্ভোগ, শান্তি, আজিৰ পৰা ঘূৰি আহিব। তোমাৰ চিঠিৰ পৰাই মই গম ধৰিব পাৰিছিলো যে এনে এটা পৰিস্থিতি হব।—

ড্ৰয়িং-ৰুমৰ বেৰত চামৰাৰ বেল্টৈৰে ওলোমাই থোৱা পিস্তলটো উলিয়াই লৈ প্ৰবীণলৈ আগবঢ়াই দি কলে—"লোৱা।"— শেনে ঠাপ মৰাৰ দৰে ৰবীনৰ হাতৰ পৰা প্ৰবীণে পিস্তলটো ঠাপ মাৰি নিলে।

"ল'ড কৰি লোৱা, অকণমান ট্ৰিগাৰটো লবাই দিলেই, তোমাৰ সুখ শান্তি এক মুহূৰ্ত্তৰ ভিতৰতে ঘূৰি আহিব।" নিজৰ চোলাৰ বুকুৰ বুটামবোৰ খুলি খুলি কলে,—"অলপ কাগজ দিয়া, মই নিজে লিখি দিওঁ, মই আত্মহত্যা কৰিছো বুলি।"

প্ৰবীণৰ সংজ্ঞা যেন লাহে লাহে ঘূৰি আহিল। পিস্তলটো বাৰে বাৰে হাতত লৈ ঘূৰাবলৈ ধৰিলে। সকলো

পাৰ্থিব সুখৰ ওপৰলৈ গৈ ৰবীনে আকৌ কলে, আবেগত, —"মোৰ এইখন খোলা বুকু। এটি অকণমান গুলিয়েই, তাক চিৰাচিৰ কৰি ফালি পেলাব। কলিজাটোৰ হয়তো চিন-চাবেই নাথাকিব; কিন্তু তাত পাবা সোণৰ সফুৰা নতুন অসমৰ লাখ লাখ "সাত ৰঙৰ নতুন কাৰেং"। চিঞৰিয়েই কলে,—"সকলো অসমীয়া ডেকা-গাভৰুৰ এই সূক্ষ্ম সপোনটো তুমি—তুমি মোহাৰি পেলোৱা, এই সপোনৰ কাৰেংটি ধূলিসাৎ কৰি দিয়া।"— প্ৰবীণৰ চকুলৈ স্থিৰ দৃষ্টিৰে চাই চাই ধীৰে ধীৰে কলে—"এই সপোনবোৰৰ কথা বাদ দিয়া; এইবোৰ মিছা। তোমাৰ সুখ, তোমাৰ শান্তিৰ কাৰণে সেই গুলিটো আৰু তোমাৰ তৰ্জ্জনি আঙুলিটোৰ এধানিমান কঁপনিটো।"

প্ৰবীণে দৃঢ় ভাবে কয়—"তুমি কাগজত লিখা আত্মহত্যা কৰিছো বুলি নিজৰ চহীৰে।"

ৰবীনে লিখিলে—মই স্ব-ইচ্ছাই মোৰ নিজৰ মানসিক অশান্তিৰ কাৰণে আত্মহত্যা কৰিছো। ইতি—শ্ৰীৰবীনচন্দ্ৰ বৰুৱা।—এই চোৱা প্ৰবীণ, এইখন এই টেবুলতে থাওক, মই সাজু। প্ৰবীণে পিস্তলটো খুলি ল'ড কৰি কৰি কলে—সাজু! ৰবীনৰ চকুলৈ হঠাৎ চকু পৰাত অলপ পৰ থমক খাই ৰ'ল। পলম হোৱাত ৰবীন যেন কিছু অধৈৰ্য্য হৈছে এনে ভাবে কলে—ইমান পলম কিয়? সাহ বান্ধি লোৱা, তুমি লাচিতৰ দেশৰ ডেকা লৰা, অসমীয়া ডেকা লৰাৰ বুকু ইমান পাতল নহয় যে সি এটি পিস্তলৰ গুলিও এৰিব

নোৱাৰিব! সি যথেষ্ঠ সাহসী, তাৰ বহুত প্ৰমাণ আছে। মৃত্যুৰ ভয়, মৃত্যুতকৈ যন্ত্ৰণাদায়ক। মোক সোনকালে মুক্তি দিয়া।

—ৰেডি!

হঠাৎ পৰ্টিকৰ দৰজাখন জোৰে শব্দ কৰি খুলি গল। দুয়ো চমক খাই উঠিল। বীণাই 'নাৰ্শাৰী হুম'ৰ পৰা ঘূৰি আহি এনে দৃশ্য দেখিব বুলি সপোনতো ভৰা নাছিল। এক মুহূৰ্ত্তও সময় নষ্ট নকৰি, বিজুলীৰ দৰে লৰি আহি প্ৰবীণৰ হাতটো নিজৰ দুয়ো হাতেৰে শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি খামুচি ধৰিলে। এটি শব্দ হল 'গুকম্'। কোঠালিটো ধোৱাঁময় হৈ গল। বীণা ঢলি পৰিল, এলটেচিয়ান কুকুৰটোৱেও জাপমাৰি ভৌ-ভৌৱাই উঠিল। ওচৰতে থকা ডাঙৰ আয়নাখন চিৰাচিৰ হৈ ডোখৰ ডোখৰ হৈ ভাঙি গল।

উন্মাদৰ দৰে প্ৰবীণে চিঞৰি চিঞৰি কলে—"এই ভাগি যোৱা আয়নাখনৰ দৰেই আমাৰ তিনিও জনৰে অন্তৰ অনন্ত কালৰ কাৰণে ভাগি-ছিগি যোৱা, জোৰা নলগা।"

ৰবীনে কোলাত তুলি চেতনাহীন বীণাক বিচনালৈ লৈ গল।



## —ষড়বিংশ—

দুদিনৰ পাছত—।

দুখত মৰি মৰি গুমৰি থকা বেজ্ঞাৰত, বীণাই ভাবিলে —এনে অপমানিত ঘৃণিত কথা! পাশ্চাত্য শিক্ষা-দীক্ষা মোৰ সকলো অথলে গল। জীৱনৰ এটি পৰম বাঞ্ছা আছিল, যে মোৰ জনমভূমিক নীৰলে মই সেৱা কৰিম; কিন্তু মোৰ ঘৰুৱা জীৱনৰ নোহোৱা-নোপোজা কথা এটাই মোক অতিষ্ঠ কৰি তুলিলে।—নিজৰ পোযাক-পৰিচ্ছদ ঠিক কৰি লৈ শব্দ কৰি বেগেৰে ওপৰ মহলাৰ পৰা বীণাই চিৰিয়েদি ওলাই আহিল। বীণাৰ ঘৰৰ পৰা ওলাই যোৱাৰ দৃঢ় প্ৰতিজ্ঞাৰ কথা তলকা মাৰি নিৰীক্ষণ কৰি থকা প্ৰবীণে বুজিব পাৰি, বীণাৰ পাছে পাছে লৰি আহি আবেগেৰে কবলৈ ধৰিলে—"বীণা, নাযাবা নাযাবা, আজিৰ পৰা তোমাক মই কেতিয়াও বেয়া ব্যৱহাৰ আৰু নকৰো।"—কিন্তু বীণাই নুশুনিলে, তেওঁ সুন্দৰ ল'ন খনি পাৰ হৈ গৈ লোৰ গেটখনি খুলি ওলাই গ'ল; পিচলৈ আৰু ঘূৰি নাচালে। তাই বহুদূৰ আগবাঢ়িল। প্ৰবীণে লৰালৰি কৰি মটৰ গাড়ীখন চলাই লৈ তাইৰ ওচৰত ৰখাই কলে, অনুনয়ত—"আহা।"

—আজি নহয়, কিছুদিন অকলে নীৰলে থাকিবলৈ দিয়া

বীণা যে অচল-অটল, তাৰ ভাব চকুৰেদি পৰিষ্কাৰ ভাবে প্ৰকাশ পালে। প্ৰবীণে জোৰ কৰিবলৈ আৰু সাহ নকৰিলে ; মাথোন কলে,—"গাড়ীত উঠি বলা,—তোমাৰ যলৈকে ইচ্ছা তাতে থৈ আহিম গৈ।"

—গাড়ীৰ প্ৰয়োজন আজি আৰু নাই।—বীণাই আৰু কথা নাপাতি খোজ দিলে।

*  *  *  *

শেষ হোৱা ৫৫৫ চিগাৰেটটো অন্যমনস্ক ভাবে টানি টানি প্ৰবীণে ভাবিলে—শুচি গ'ল! ইমান অপমান সহ্য কৰিব কিয় ?

নিজৰ সন্মুখত থকা টেবুলখনৰ ওপৰত তিনিটা খালি মদৰ বটলৰ পৰা চকু ঘূৰাই আনফালে চাই চাই, হুমুনিয়াহ এটি কাঢ়ি—ৰবীনক ইমান লাঞ্ছনা কৰাৰ কথা সঁচাকৈয়ে দুখ লগা—ছিঃ ? তিনি বটল মদ শেষ কৰিও যেন আজি নিচা নলগা হল, প্ৰবীণ যেন আজি নিচাৰ বহুত ওপৰত। সোঁ-হাতত থকা আধা শেষ কৰা মদৰ গিলাচটো তুলি ডাঙি ধৰি, চাই চাই,—ইও প্ৰতিক্ৰিয়া কৰিবলৈ যেন ন বাজ। কি লৈ জীয়াই থাকিম ? হঠাৎ চকীখনৰ পৰা উঠি গৈ আলমাৰি এটাৰ পৰা আৰু এবটল দামী মদ লৈ আহি কাৰ্কটো খুলিবলৈ যত্ন কৰি কৰি,—ই নতুন প্ৰাণ দিয়, জীৱনটোকে ৰঙীন কৰি তোলে ; নোখোৱাবোৰে ইয়াক ঘৃণা কৰে, খোৱাবোৰে ইয়াক আজীৱন এৰিব নোৱাৰে।

কাৰ্কটো খুলি গিলাচত কিছু ঢালি লয়, আন্দাজ ৪ পেগ মান। চৌডা বাকি বাকি—ৰাতিপুৱাই ২ পেগমান খাই নললে স্বাভাৱিকতাই ঘূৰি নাহে। অলস যেন লাগে, কাম কৰিবই নোৱাৰি।—গিলাচটো ফেনেৰে উপচি পৰে, অলপ বৈ গিলাচটো তুলি লৈ কয়,—মই চাহ বাগিচাৰ মালিক, সকলোৱে কয়, মোৰ অগাধ সম্পত্তি— ? ভোগ-সম্ভোগ কামনাৰ কাৰণেই মোৰ এই পিতৃ-দত্ত সম্পত্তি। সকলোৱে মোক অন্তৰৰ সৈতে ঘৃণা কৰে ? দেশৰ নতুন কোনো কাৰবাৰৰ কাৰণে মই টকা নখটুৱাওঁ, এটি ফুটা কড়িও ক'তো দান নিদিওঁ— ।

গিলাচটোৰ পৰা ঢুধোকমান খাই,—চাহৰ কাৰবাৰৰ বাহিৰে একো চিনি নাপাওঁ। এই কাৰবাৰ যিকণ পাৰো তাকে ৰক্ষা কৰাই জানো, দেশৰ এটা কাৰবাৰ কিছু হাতত ৰখা নহয়। সিহঁত মূৰ্খ—সিহঁতে নুবুজে।

হঠাৎ অলপ ভাববোৰ যেন উগ্ৰ হল, গোটেই গিলাচটো এসোহাতে শেহ কৰিলে। নিৰ্ম্মম চকুৰে বটল কিটা, গিলাচটো চালে, যেন ভাববোৰ সলনি হল। বাওঁহাতেৰে জোৰেৰে বটলকিটা মাৰি পঠালে, সিহঁত দূৰৈত উফৰি পৰি ভগাৰ শব্দ ঠন্ ঠন্ ওলাল।—মদৰ তৃষ্ণা আজিৰ পৰা শেষ হ'ল—। মহো যাম— !

---

## —সপ্তবিংশ—

নিমাতি ঘাট—

মুটীয়া এটাক সুধি বীণাই জানিলে, মাজুলিলৈ পাৰ হোৱা ফেৰীখন ১০ মিনিটৰ আগতে এৰি দিলে। ভাদ মহীয়া ব্ৰহ্মপুত্ৰৰ মাজত তাক ৰিণিকি ৰিণিকি দেখা গ'ল। বীণাই অলপ চিন্তা কৰি, এখন নাৱৰ সন্ধানৰ কাৰণে বালিয়ে বালিয়ে কিছুদূৰ গৈ ভাটীয়ালী গীত গাই থকা বুঢ়া নাৱৰীয়া এটাক সুধিলে—

—ককাই, মোক পাৰ কৰি দিব পাৰিবানে ?

—আই, তুমিনো কোন ঘাটত নামিবাগৈ ?

—স্বৰ্ণপুৰ মৌজাৰ ঘাটত।

—তুমি ফেৰীতে যোৱাই ভাল আছিল।

—মই অহাৰ কিছু আগতে ফেৰি এৰি দিলে। আজি যেনে তেনে পাৰ নহলেই নহয়—মোক পাৰ কৰি দিয়া—।

—পশ্চিম ফালৰ আকাশখন কিছু কলা দেখিছো, সেয়া পানীগছা নহয় নে ? সিফালে—এই ভাদ মাহৰ লুইত পাৰ হওঁতে বহুত সময় লব—এখন সাগৰ নহয় জানো ?

—ককাই, তোমাক মই যথেষ্ট পইচা দিম, তুমি মোক পাৰ কৰি দিয়া—মই যি বাটেৰে আহিছো সেই ৰাটে আক ঘূৰি যাব নোৱাৰো।

—বাৰু আহা আই।"—নাও এৰি দিলে। কিছু দূৰ আগ বাঢ়িল, কিছু সময় গ'ল। পশ্চিম ফালৰ এচমকা কলা ডাৱৰ বগি-বলি ৰং বোলাই গোটেই পশ্চিম আকাশখন আৰু কলা কৰি পেলালে। বতাহত ঢৌ খেলি থকা পানীবোৰেও ৰং সলালে। ক'লা বৰণীয়া পানীবোৰ দেখিলে অলপ ভয়হে লগা হ'ল। প্ৰায় একে লগেই ১০৷১৫ খন সৰু বৰ নাও জোৰে বঠা মাৰি সিপাৰ পাব বুলি আগ বাঢ়িল। কলা ডাৱৰৰ মাজত চিক্‌মিকনি বিজুলীৰ চমক উঠিল। লগে লগে গুৰু-গম্ভীৰ মেঘৰ গৰ্জ্জন শুনা গ'ল। অলপ অলপ বতাহ বলিল। নাওবোৰেও ঢৌৰ লগে লগে উঠা-নমা কৰিবলৈ ধৰিলে।

নাৱৰীয়াবোৰৰ আশঙ্কা হ'ল। ঢৌৰ লগে লগে নাৱৰ গতি ঠিক কৰি দিলে। আৰু কিছু দূৰ আগ বাঢ়িল আৰু কিছু সময় গ'ল—"স্বৰ্ণপুৰ ঘাট পাবলৈ আৰু বেছি সময় নলব।"—"এৰা ককাই, সোনকালে পালেই ভাল।"—ডাওৰ ডাওৰ বৰষুণৰ টোপাল পৰিল—চাওতে চাওতে গধূলি হ'ল। জোৰে বতাহ বলিল। শান্ত ধীৰ স্থিৰ ব্ৰহ্মপুত্ৰই ৰুদ্ৰৰূপ ললে—, ডোকালটোকা পানীত ডাঙৰ ডাঙৰ ডকা ফুটিল, ঘনে ঘনে প্ৰলয় সৃষ্টি কৰি মেঘ গৰ্জ্জন হবলৈ ধৰিলে, লগে লগে বৰষুণ, চকু চাট্‌মাৰি নিয়া ঢেৰেকনি বিজুলী। বতাহে দৈত্যৰূপ ধৰি যেন সকলো ওলট পালট কৰিবলৈ মন কৰি জোৰে জোৰে বলে। নাৱৰীয়াবোৰৰ চিঞৰ-বাখৰ লাগিল। বতাহ, বৰষুণৰ হো হোৱনিত কোনেও একো শুনা হল।

কিছু নাৱত জোলোকা জোলোকে পানী সোমাল, ঘূৰি ঘূৰি ৩-৪ খন নাও বুৰ গল, হাহাকাৰৰ চিঞৰ-বাখৰ উঠিল। পানীত উবুৰি খাই নাওকিখন কোবাল সোঁতত পৰি বেগাই যাবলৈ ধৰিলে।

আৰোহী কেনি গল ??

বস্তুবোৰ উটি গল ??

বঠা কিদাল ??

আৰু জোৰে ধুমুহা বলিল !!!

ডাঙৰ ডাঙৰ ঢৌ উঠিল !!!

আৰু এটা চকু জলক্-তবক্ কৰা বিজুলি চিক্‌মিকাই উঠিল। প্ৰকাণ্ড মেঘৰ গৰ্জ্জন হল, আৰু কেবাটাও ডাঙৰ ডকা ফুটিল।

বুঢ়া নাৱৰীয়াটোৰ অশেষ অভিজ্ঞতা থকা সত্ত্বেও চিঞৰি উঠিল—"আই, তোমাক ৰাখিব নোৱাৰিলো।" হো-হো কৰে পানী সোমাই নাওখনি উবুৰি খাই গল! "ৰবীন—ককাইদেউ" বুলি এটা মাথোন চিঞৰ শুনা গ'ল!

লগতে আৰু কেবাখনো নাৱৰ একে অৱস্থাই হ'ল। ১৫ খন নাৱৰ ভিতৰত বহুতেই সিপাৰ আৰু নাপালেগৈয়ে।

এয়ে নে জীৱন নাৱৰ পাৰ,—সিপাৰ,—অপাৰ ?



## —অষ্টাবিংশ—

সেইদিনা ৰাতি প্ৰবীণে ছটফটাই বিচনাতে কেবাবাৰো আমনি লগাকৈ বাগৰ সলালে—অশেষ চেষ্টা কৰিও টোপনি নাহিল। চিলমিলিয়া তন্দ্ৰাত নিজেই কৈ কৈ উঠিল—“বীণা বীণা—তোমাক অযথা কৰ্কথনা কৰিলো, মোক সচাঁকৈয়ে ক্ষমা কৰিবা।” দুই এবাৰ চিঞৰিয়েই উঠিল “বীণা—বীণা!”

*　　*　　*　　*

সেইদিনা সন্ধ্যাই—

স্বৰ্ণপুৰ অফিচ কমত কামৰ মাজে মাজে ৰবীনে অন্যমনস্ক হৈ হৈ যাবলৈ ধৰি ভাবিলে—‘ইমান অপমান, গ্লানি! এটা মিছা কলঙ্ক! ছি ছি, বীণাই সহ্য কৰিব কেনেকৈ? মোৰ কাৰণেই আজি বীণাৰ এনে দুৰ্গতি’!

*　　*　　*　　*

সেই দিনাই ৰাতি।

লৰম্বুৰে বিচনাত শুই শুই কেৱল ভাবিবলৈ ধৰিলে—‘চাওঁ বীণা’ বুলি ৰবীন ককাইদেৱে কিয় মোক মাতিছিলে? এই বীণা—কোন? কোন? ক’ত থাকে তেওঁ? কি কৰে’? কেবাবাৰো সুঁৱৰি সুঁৱৰি ভাবিলে—‘বীণা—বীণা’!—ভাবি ভাবি আদি অন্ত আৰু নাপালে!

## —ঊনত্ৰিংশ—

স্বৰ্ণপুৰ মৌজাৰ ৫ বছেৰেকীয়া সমাবৰ্ত্তন উৎসৱলৈ আৰু ৫ দিন বাকী। আয়োজন সমাৰোহেৰে বিৰাট ধৰণেৰেই কৰা হৈছে, কিয়নো স্বৰ্ণপুৰ মৌজাকে আদৰ্শ কৰি অসমৰ গাওঁ-ভূইবোৰ সংগঠন কৰা হব। বহুত প্ৰজাও গোট খাব। প্ৰধান মন্ত্ৰীকে আদি কৰি এই উৎসৱলৈ বোলে আহিব। ৰবীনৰ আদৰ্শৰেই কাৰ্য্যতালিকা চৰকাৰেও গ্ৰহণ কৰিব বুলি জনা গৈছে। চাৰি সত্ৰীয়া গোঁসাই সকলো আহি যোগ দিবহি বুলি খবৰ আহিছে। আউনীআটীয় গোঁসাই প্ৰভুৱে উদ্বোধন উৎসৱ সম্পাদন কৰিব।

ৰবীন, নন্দলাল, লৰহু গোটেই স্বৰ্ণপুৰ মৌজাৰ ডেকা-গাভৰু এই উৎসৱ কৃতকাৰ্য্য কৰিবলৈ তৎপৰ হৈছে।

* * * *

সমাবৰ্ত্তন উৎসৱ হৈ দুদিন পাৰ হৈ গৈছে—আজি শেহৰ দিন। বাহিৰৰ সকলোৱে ৰবীনৰ কাৰ্য্যদক্ষতা দেখি বিমুগ্ধ হল। সেই মৌজাৰ ডেকা-গাভৰুবোৰ যেন অসমত নতুন মানুহ—স্বাস্থ্যবান, প্ৰফুল্লিত, শিক্ষিত, নিৰ্ভিক, নিয়মানু-বৰ্ত্তিতাত সকলো পাৰ্গত, সকলো একে ধৰণেই পোছাক পিন্ধা।—আগৰ মানুহ মৰি এইবোৰ যেন ঠনধৰি জী উঠিল।

১৪ খন গাওঁৰ একে ধৰণেৰে পোছাক পিন্ধা, চাই চাই শেষ কৰিব নোৱাৰা, এটা বিৰাট স্বাস্থ্যবান ডেকা-গাভৰুৰ সমদল, মাৰ্চ্চিং গীত গাই গাই আলিয়েদি আগ বাঢ়ি গৈছে। সিহঁতৰ সঙ্গীতৰ ধ্বনি অফিচ ৰুমত বহি থকা ৰবীনে শুনি শুনি এটি তৃপ্তিৰ হাঁহি মাৰি চকীৰ পৰা উঠি আহি খিৰিকিৰ ওচৰত ঠিয় দিলে। সিহঁতক চাই চাই তেওঁ বিভোৰ হ'ল।— হঠাৎ তেওঁৰ নলীন, মীৰা, অসমৰ জাতীয় ৰঙ্গমঞ্চটোৰ কথা মনত পৰিল। গৰম গাখীৰ এগিলাচ বীণাই আগ বঢ়াই দি কোৱা কথা কিটা স্পষ্ট ভাবে শুনিবলৈ পালে, "তোমাৰ খাটি খাটি ভাগৰ লাগিছে নহয় ?? এই গিলাচ গৰম গাখীৰ খোৱা।" প্ৰেৰণাহীন জীৱন !! বীণাৰ আগত কোৱা সপোনটোক সজীব ৰূপ দিবলৈ আপ্ৰাণ চেষ্টা কৰি কৰি যেন আজি সঁচাকৈয়ে ভাগৰ লাগি গৈছে। কব নোৱাৰাকৈয়ে তেওঁৰ হুমুনিয়াহ এটি ওলাল।

অফিচ সেইদিনা বন্ধ। ৰবীন সোমাই থকা অফিচ ৰুমটোৰ দৰজাখনো বন্ধ কৰি থৈছিল। সেই দিনা তেওঁ অকলে, নীৰৱে, আমনিবোৰৰ পৰা হাত সাৰি কটাব খুজিছিল। দৰজাখন বাৰে বাৰে ঢকিওৱাৰ শব্দ হল। "ককাইদেউ—ককাইদেউ দুৱাৰখন খোলক।" লাহে লাহে আহি অনিচ্ছা সত্বেও, ৰবীনে দৰজাখন খুলি দিলে। হাতত খবৰ কাগজ এখন লৈ লৱনু সোমাই আহিল।

ৰবীনে কলে—অ, লৱন্নু !

লৱন্নু—আপুনি ইয়াত অকলে কি কৰিছে। সকলোৱে আপোনাক বিচাৰি ফুৰিছে, ছুৱাৰখন ইমান টান কৰি বন্ধ কৰি থৈছে, আপোনাৰ মনৰ ছুৱাৰখনো ঠিক ইয়াতকৈ হাজাৰ গুণে টান নহয় নে ? আজিৰ দিনত ৰং-ধেমালি কৰিব লাগে, আপুনি আহি আকৌ অকলে ইয়াত সোমাই আছেহি।

ৰবীন—বাৰু সেইবোৰ এৰা, কামৰ কথা কোৱা।

লৱন্নু—( অনুনয়ত ) আপোনাক কথা এটা কওঁ, আপুনি বেয়া পাব নেকি ?

ৰবীন—কি কোৱা। বেয়া নাপাওঁ।

লৱন্নু—( কওঁ-নকওঁকৈ ) বীণা বাৰু কোন ? কওকচোন।

ৰবীন—বীণা ? আৰু কোন ? বীণা যে বজাই, আনন্দৰ লহৰ তাতে ফুটি উঠে, মন প্ৰাণ হৰি নিয়ে, সেয়ে বীণা ?

লৱন্নু—নহয়, নহয়, এই বীণা বেলেগ। এইয়া চাওক, এইখন কাৰ ফটো, এৰোপ্লেনৰ পৰা নামি অহা ; তলত এইয়া চাওক কি লিখা আছে 'বীণা দেৱী'—।

ৰবীনে থাপ মাৰি লৱন্নুৰ হাতৰ পৰা খবৰ কাগজখন টানি আনি পঢ়িলে। তেওঁৰ চকুৰ আগত ডাঙৰ ডাঙৰ আখৰবোৰ যেন অস্পষ্ট হৈ উঠিল, ভালকৈ পঢ়িবই নোৱাৰিলে। বিদেশৰ পৰা আহি পোৱাৰ প্ৰথম দিনা ৰবৈয়া এৰোড্ৰমত লোৱা বীণাৰ ফটোখন যেন খবৰ কাগজখনতে নাইকীয়া হৈ গল। বাওঁহাত খন কপালত থৈ কেবল মাথো

কলে, কেবাবাৰো—"বীণা ডুবিল, বীণা ব্ৰহ্মপুত্ৰত স্বৰ্ণপুৰলৈ আহোঁতে ডুবিল !!!"

নিজৰ ভাব লৱঙ্গুৰ পৰা আৰু লুকাই ৰাখিব নোৱাৰিলে। হঠাৎ ভাৱটো সলনি হল।—"বীণা ডুবিল, বীণা ডুবিল" চিঞৰিয়েই কলে। "মোৰ কাৰণেই বীণাই এনে কৰিলে, মই—মেয়ে দায়ী।" ৰবীনৰ এনে ভাবত লৱঙ্গু আচৰিত হল। 'নলীন গল, মীৰা গল, বীণাও গল, আৰু মই আজি অকলে"—লৱঙ্গুৱে একো ততেই ধৰিব নোৱাৰিলে, কোন নো কি ?

লৱঙ্গুৱে বেজাৰৰ মাত্তেৰেই সুধিলে—"ককাদেউ বীণা কোন ? তেওঁৰ কাৰণে আপুনি ইমান বেজাৰ কৰিছে কিয় ?" ৰবীন উত্তলা হৈয়ে কলে—"বীণা—বীণাই অতুলনীয়া, মহিমাময়ী। অসমীয়া ছোৱালীবোৰৰ ভাল গুণবোৰ লৈ তাৰে এটি প্ৰতিচ্ছবি। তাই ডুবিল—অন্তৰ্ধ্যান হল।"

ৰবীন আৰু উত্তেজিত হল, চকীৰ পৰা উঠি আহি আলমাৰিটো খুলি, তাৰ পৰা দুটা বেলেগ বেলেগ ঘৰৰ মদেল লৈ আহি, টেবুলত থৈ কলে—"চোৱা লৱঙ্গু, এই দুটা ঘৰ। এইটো আজিৰ অসমীয়া ঘৰৰ নক্সা, ভাগি ছিগি উৰলি যোৱা। দুৱাৰ নাই, খিৰিকি নাই, ভেটি নাই। , অস্বাস্থ্যকৰ। অন্ধকাৰত যেন জন্তু কিছুমানহে বাস কৰে, একেলগে বহুত গেজেপ মাৰি থকা—। আৰু এইটো—মই সাজিব খোজা "কাৰেং"। ঘৰৰ সুন্দৰ বগা মদেলটো দেখুৱাই কলে—"গোটেই ভাৰতৰ

গাৱেঁ গাৱেঁ, চহৰে প্ৰান্তৰে, সকলোৱে সুখ শান্তিৰে বাস কৰিব পৰা, পৰিস্কাৰ, পৰিচ্ছন্ন, আহল বহল কাৰেং। প্ৰত্যেক কাৰেঙটোত থাকিব—শিক্ষা, স্বাস্থ্য, বিজ্ঞান, বাণিজ্য, কৃষি, সঙ্গীত, নৃত্য। কাৰেংটো হব জ্ঞানৰ কাৰেং, আৰু এই সাতোটাই ইয়াৰ ৰং হব। তাৰ জেউতি দেশে বিদেশে বিয়পি পৰিব—অসমীয়াৰ আজিৰ ভাগি যোৱা ঘৰৰ পৰিবৰ্ত্তে, এই সাতৰঙৰ নতুন কাৰেং হব।" হুমুনিয়াহ এটি কাঢ়ি সুৰ সলাই আকৌ কলে—"মই নোৱাৰিলো। প্ৰবীণক এদিন কৈছিলো, এই কাৰেঙটো ধুলিসাৎ কৰি দিয়া—ভাগি যাওক, ধ্বংস হৈ যাওক। ওহো, মই অসমৰ কাৰণে এই কাৰেং সাজিব নোৱাৰিম, নোৱাৰিলো।" ভাববোৰ অভিমানেৰে পৰিপূৰ্ণ হল। অলপ বল। মদেল ছুটা কঠোৰ ভাবেৰে চালে। হঠাৎ চকুৰ জেউতিত ৰুদ্ৰৰূপ প্ৰকাশ পালে--"এই কাৰেং—এই কাৰেং—" বুলি মদেল ছুটা হাতত লৈ চকীৰ পৰা উঠি, খিড়িকিৰ ওচৰলৈ গৈ, চিঞৰি চিঞৰিয়েই কলে, "উৰলি ভাগি-ছিগি জহি-খহি উটি যোৱা ঘৰবোৰতেই এই নিস্কৰ্ম্মী এলেহুৱা অসমীয়াবোৰে বাস কৰক।" —ছুয়োটা ঘৰ খিৰিকিৰে বাহিৰলৈ ডলি মাৰি পথালে। লগে লগে আকৌ কলে, "সন্দেহৰ অন্ধকাৰতেই সিহঁতে বাস কৰক।" মদেল ছুটা শব্দ কৰি বাগৰি গৈ ভাগি চুৰ্ণবিচুৰ্ণ হল। প্ৰকৃতিস্থ চিত্তেৰে ধীৰ স্থিৰ ভাবে ক্ষন্তেক ৰ'ল। বুকু ভাগি যোৱা এটি হুমুনিয়াহ কাঢ়ি, অতি বেজাৰেৰে কলে "মোৰ সপোন ভাগিল,

মোৰ কাৰেং উটি গ'ল। মোৰ জন্মভূমিক মই একোৱেই দান দিব নোৱাৰিলো। গোটেই জাতিটোৰে—প্ৰত্যেকৰ জীৱন্ত আশাৰ এটা সপোন, লুইত-পৰীয়া ডেকা-গাভৰুৰ চিৰন্তন সত্যৰ এই সপোন সাতৰঙৰ নতুন কাৰেং—প্ৰত্যেক ভাৰতীয়ৰেই আজি দিঠকৰ সপোন !!!" ৰবীনে স্থিৰ ধীৰ দৃষ্টিৰে জ্বল-জ্বল পট-পট বিশ্ব-বুৰঞ্জীৰ পাতবোৰ ইখিলাৰ পাচত সিখিলা চকৰী ঘূৰাৰ দৰে থমকি থমকি ৰৈ ৰৈ যোৱা দেখিবলৈ পালে, আৰু এটি এটিকৈ কলে—

"এই সপোনটোক সজীব ৰূপ দি বাস্তবত পৰিণত কৰিবলৈ।

কিমানে অকাতৰে প্ৰাণ দিলে!

কিমানে নিৰ্য্যাতন ভোগ কৰিলে!

যুগ যুগান্তৰৰ মাজেদি কিমানে বিপ্লৱ আনিলে।

ৰামচন্দ্ৰই কিছু হয়টো ইয়াক দিঠকত পৰিণত কৰিছিল, মহাত্মা গান্ধীয়ে দিনে নিশাই ইয়াৰেই সপোন দেখিছিল। সাতৰঙৰ নতুন কাৰেঙৰ সপোনে সৃষ্টি কৰিছিল,

একোটা ধুমুহা,

একোটা সংঘৰ্ষ,

পৃথিবী ওলোট-পালট কৰি দিয়া

একোটা ভাব,

একোটা নীতি,

একোটা বাদ,

মাৰ্ক্সবাদ, সমাজতন্ত্ৰবাদ, সাম্যবাদ, গান্ধীবাদ !!" ৰবীন আকৌ নীৰব হ'ল।

লৱনু যেন তন্ময়, অবাক হৈ, কি কৰিব কি নকৰিব ভাৱত নিশ্চল হ'ল! এইবোৰ কথা একোৱেই বুজিব নোৱাৰিলে! বহুতপৰ মূৰ্ত্তিৰ দৰে খিৰিকিৰে দেখা পোৱা শূন্য আকাশৰ ফালে নিৰ্ণিমেষে চায়ে থাকি ৰবীনে দৃঢ়-প্ৰতিজ্ঞ আৰু শান্ত ভাবে কলে—"সবাতোকৈ মোৰ দেশ ডাঙৰ।—অন্তৰ খুলি লৱনুকেই কলে, "মই ভুল কৰিছিলো লৱনু, হঠাৎ মৃত্যু সংবাদটোৱে মোক অলপ উতলা কৰি তুলিছিল।" এটি সৰু লৰাৰ পবিত্ৰতাৰে পুণৰ কবলৈ ধৰিলে—"লৱনু, লৱনু, মোৰ দেশ, মোৰ জন্মভূমি, 'মোৰ আই' এই শব্দ দুটা কিমান সোৱাদ লগা!" আকৌ খৰখেদাকৈ, নিজত্ব প্ৰকাশ কৰি, "দেশৰ সুখৰ কাৰণে মই কাৰেং এবাৰ ভাঙি, দহবাৰ সাজি, এশবাৰ গঢ়িম, মদেল দুটা বুটলি আনি আকৌ থাপনাত সজাই থোৱা। যোৱা—যোৱা বেগতে লৈ আহাঁ।"

—"ৰবীন ককাইদেউ"!

দুৱোৰে অতৰ্কিতে অফিচৰুমৰ খোলা দুৱাৰেৰে এখোজ সোমাই আহি, বীণাই ধীৰে মাত দিলে আকৌ এবাৰ, "ৰবীন ককাইদেউ।" ৰুদ্ধশ্বাসে ৰবীনে চিঞৰি উঠিল "বীণা—বীণা !!!" লৱনুৰ আৰু—?

সমদলটোৱে গোৱা শেহৰছোৱা সঙ্গীতৰ শব্দধ্বনি, কালৰ পদধ্বনিৰ তালে তালে ধ্বনিত প্ৰতিধ্বনিত হৈ চাৰিউকালে

বিয়পি গৈ মাৰ গ'ল, কিন্তু শব্দতৰঙ্গবোৰ দিগ্‌দিগন্ত ব্যাপি গৈয়ে থাকিল।



শান্তভাবে বীণাই আকৌ কলে—

"মই নাওৰ পৰা কৰ্ফাল খাই উফৰি পৰিলো। বুঢ়া নাৱৰীয়াটোৰ কি হ'ল, তত ধৰিবই নোৱাৰিলো। পানী ঢোকা ঢোকে খাই খাই, বহুত দূৰ উটি গলো। শেহত কি হল, আৰু কব নোৱাৰিলো—। চকু মেলি চাও, মই মিৰিচাওত, আৰু মোক বহুত মিৰি ডেকা গাভৰুৱে, বুঢ়া লৰাই, বেঢ়ি ধৰি চাই আছে, যোন যেনেকৈ পাৰে শুশ্ৰূষা কৰিছে। সিহঁত ইমান সৰল, হোজা, মৰম লগা—মই চকু মেলাৰ লগে লগেই সিহঁতে আনন্দত কিৰিলে পাৰি উঠিল। সিহঁতক প্ৰশ্ন কৰোঁতে সিহঁতে মোক কলে, যে মই উটি যাওঁতে সিহঁতৰ তিনিটা ডেকাই সিহঁতৰ জীৱন বিপন্ন কৰি মোক কেনেকৈ সেইদিনা ৰক্ষা কৰিলে! মই তেতিয়া আৰু ছুদিন অজ্ঞান অৱস্থাতেই। সিহঁতে মোক আৰু কলে যে, স্বৰ্ণপুৰ মৌজাৰ ঘাটৰ পৰা মই ৩৫ মাইল উটি গৈছিলোঁ। মই সেইদিনাই আহিম বুলি কোৱাত, সিহঁতে মৰমৰ ভাবীৰে মোক বুজালে যে, মই বৰ দুৰ্ব্বল, আৰু তিনিদিন নহলে

সিহঁতে মোক লৰচৰ কৰিবকে নিদিয়ে। মই নিমাতে তিনদিন তাতে থাকিলোঁ, সিহঁতৰ সৰলতাত মুগ্ধ হলো। কালি সিহঁতৰ কেবাটাও আহি আগবঢ়াই মোক থৈ গলহি।"

ৰবীনৰ বীণা ৰক্ষা পোৱা কথাটো, গল্পৰ নিচিনাই লাগিল। অলপ ভাবি বীণাক কলে—

"প্ৰবীনক খবৰ দিয়াটো একান্ত উচিত। তুমি এখন চিঠি লিখা, ময়ো লিখিম। তোমাৰ মৃত্যু সংবাদ কাগজে-পত্ৰে ওলাই গৈছে, সি হয়তো বলীয়াই হৈ যাব।"

"তেওঁক ইয়ালৈকে মাতি পঠিওৱা।"

"নিশ্চয়।"

বীণা আহি পোৱাৰ কিছুদিন পাছত স্বৰ্ণপুৰ মৌজাৰ ডাঙৰ পাবলিক হলটোত বাতিপুৱা এখন ডাঙৰ সভা। গাৱঁৰ বুঢ়া-মেঠা আদিৰে লৈ, বহুত গুৰুতৰ বিষয় আলোচনা হৈছিল। ৰাইজসকলৰ সেইদিনা মনবোৰ গধুৰ, কিয়নো সিহঁতৰ প্ৰাণশক্তি ৰবীন—প্ৰচাৰ আৰু সংগঠনৰ কাৰণে অসমৰ পৰ্ব্বতীয়া ঠাইবোৰলৈ আৰু এসপ্তাহ মানৰ পিছতেই বহুত দিনৰ কাৰণে যাব। সভা ভাগিল।

কিছু সময়ৰ পাছত হল ঘৰটো খালি হ'ল। এজন কেৱল থাকিল। তেওঁৰ অন্তৰ ভৰা আনন্দৰ পবিত্ৰ প্ৰেৰণাত অনুপ্ৰাণিত হৈ কলে—

"ৰবীন ককাইদেউ! নিচলা—অন্ধ দেশ,—সহজ সৰল মানুহবোৰ, সিহঁতক তুমি ৰক্ষা কৰা। স্বাৰ্থান্বেষীবোৰে আজি

এই হোজা মানুহবোৰক, এই দেশখনক প্ৰবঞ্চনা কৰি নৰকৰ গহ্বৰলৈ টানি লৈ গৈছে,—লাখ লাখ কোটি কোটি ভাৰতীয়ই আজি তোমাৰ কৰ্ম্মশক্তিকেই বিচাৰিছে। সিহঁতক উদ্ধাৰ কৰা। সিহঁতক তুমি সাতৰঙৰ নতুন জেউতিৰে অন্ধকাৰময় পথ পোহৰাই আগুৱাই যাবলৈ নিৰ্দ্দেশ দিয়া—আজি এই সঙ্কটৰ দিনত দেশে এজনম ানুহ বিচাৰিছে আৰু সেই মানুহ —তুমি!"

"যেতিয়া ভাবোঁ"—ৰবীনে গহীন ভাবে কলে—"প্ৰাণটো হাহাকাৰ কৰি উঠে, অন্তৰ ফাটি যায়। নাই নাইৰ কেৱল অট্টৰোল—চিঞৰ বাখৰ। আজি চাৰিউফালে চোৱা—অসমত একোৱেই নাই, চাৰিউফালে শূন্য। সকলো থাকিও চাৰিউফালে—আন্ধাৰ,—হা-হুতাশ। অসমীয়া সমাজে দকৈ ভাবিবলৈ গলে, সকলোবোৰ আজি উন্মাদ হৈ যাব। কি নাই?"

"দেশখন গঢ়িব পৰা, আজি, এজন ত্যাগী কৰ্ম্মবীৰ নাই। এজন মেধাৱী পুৰুষ নাই।

অন্য প্ৰদেশৰ ডেকাবোৰৰ সমানে যাব পৰা এটি উজ্বল ডেকা নাই।

এজন সুদক্ষ ডাঙৰ চাকৰীয়াল নাই।

ডাঙৰ মিলিটেৰী অফিচাৰ এজন নাই।

এজন বৈজ্ঞানিক নাই।

সুদক্ষ সংস্কৃতজ্ঞ পণ্ডিত এজন নাই।

এজন আদৰ্শবাদী বিশ্ববিখ্যাত অধ্যাপক নাই।

ডাঙৰ বিচাৰক এজন নাই।

এজন সুবিখ্যাত ডাক্তৰ নাই।

আজি গঠনমূলক আচনি কৰিব পৰা এজন ইঞ্জিনিয়াৰ নাই।

অসমীয়া সাহিত্যৰ গুৰি ধৰোঁতা এজন নাই।

ভাল কাগজৰ সম্পাদক এজন নাই।

এজন ভাল নাট্যকাৰ নাই।

বিখ্যাত নৃতশিল্পী, সঙ্গীতজ্ঞ এজন নাই।

এজন সুবিখ্যাত অভিনেতা নাই।

এজন ডাঙৰ কাৰবাৰী নাই।

নির্ভয়ে একলাখ টকাৰ চেক এখন দিয়াও এজন নাই।

বিখ্যাত এজন স্কোৱাইৰ স্পর্টমেন নাই।

এজন ডাঙৰ উকীল নাই।

আনকি বিলাসত উটি যোৱা এজন আমোদপ্রিয় পুৰুষো নাই।

সেইদৰে বগে নিৰামহী খোৱা এটি মগনীয়াও নাই।

ল'ভ, ৰোমান্স, এড্‌ভান্সাৰ, কৰি বিখ্যাত হোৱাও এজন নাই !!!

বিদেশীৰ দৰে কানিৰ চোৰাং বেপাৰ কৰি ধনী হোৱাও এজন নাই। ব্লেক মার্কেট, প্রফিটাৰ কৰি কৰি, অজগৰ দৰে টকা কৰাও এজন নাই।

এটি বিখ্যাত চোৰ, প্ৰবঞ্চক, বদমাস এটাও অসমীয়া সমাজত নাই—

ধুৰন্ধৰ এটা ক্ৰিমিনেলও নাই।

সেই দৰে এজন বিখ্যাত ডিটেক্‌টিভ নাই।

নাই, নাই, নাই। এটা জাতিৰ প্ৰয়োজনীয় বহুত কিবাকিবি নাই। পুৰুষেই নাই, তিৰোতা আৰু তোমালোকৰ পৰা আশা কৰাও—মৰীচীকা দেখি পানী বিচাৰি যোৱাৰ নিচিনাই।" বীণাক লক্ষ্য কৰি কলে।

"যি জাতিৰ কল্পনা নাই, যি জাতিৰ কোনো সপোন নাই, যি জাতিটোৰ সেই সপোন বাস্তৱত ৰূপ দি সজীব কৰিব পৰা কোনো কৰ্ম্মদক্ষ আৰু ত্যাগী কৰ্ম্মী নাই, সেই জাতি আজিৰ পৃথিবীত জীয়াই থাকিব নোৱাৰে। সেই বুলি মই হতাশ হৈ যোৱা নাই, আশা আছে। সকলোৱে মুঠ বান্ধি সকলো অসমীয়া নিচলা, দুখীয়া, সুখীয়া, ধনী, মানীয়ে যদি একগোট হৈ কাম কৰে, অসমৰ ভবিষ্যৎ উজ্জ্বল। ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ প্ৰদেশ হিচাবে অসম ঠিয় দিব পাৰিব। তাৰ প্ৰমাণ মই এই পাঁচ বছৰে এই মৌজাতে পাইছো। পদাৰ্থ আৰু সম্পদ আছে, কেৱল গঢ় দিওঁতাৰ অভাৱত আজি অসম 'ম্ৰিয়মান। মোৰ লগত সৌ হলঘৰটোলৈ অহা, তাৰ প্ৰমাণ মই তাতেই দিম"—

ততাতৈয়াকৈ দুয়ো তাত সোমালগৈ। প্ৰকাণ্ড সুসজ্জিত কোঠা, মাজত দীঘলীয়া এখন ডাঙৰ টেবুল। টেবুলখনৰ

মূবত বেবৰ কালে অসমৰ পুৰণি এখন বিৰাট মানচিত্ৰ। তাৰ ছুয়োকোষে সজাই থোৱা মীৰা আৰু নলীনৰ মাৰ্ব্বলৰ প্ৰতিমূৰ্ত্তি। থাক্ থাক্ কিতাপ ভৰা ৰেক আৰু আলমাৰী। সক লৰা-ছোৱালীৰ মন সহজে আকৰ্ষণ কৰিব পৰা, বেবত ডাঙৰ ডাঙৰ চিত্ৰপট। বেলেগ বেলেগ ধৰণৰ নক্সা আৰু মডেল, আন আন সাজ সৰঞ্জাম আৰু সজুলি। সেই কোঠাত বহুত লৰা-ছোৱালী টেবুলখন বেৰি বহি নিজৰ নিজৰ কামত ব্যস্ত। লৰা প্ৰায় ৩০।৪০ জনমান আৰু ছোৱালীও ২০।২৫ জনী মান। সিহঁত সুঠাম, স্বাস্থ্যবান, প্ৰফুল্লিত, সিহঁতৰ চকুৰ জ্যোতি উজ্জ্বল। বয়স প্ৰায় বোৰবেই ১০ বছৰৰ পৰা ১৬।১৭ বছৰৰ ওচৰাওচৰি। সিহঁতৰ আঁবত ছুয়ো থিয় দিলে। সিহঁতৰ মনপুতি কাম কৰাৰ পৰা বুজা যায়, যেন সিহঁতে একোটা দায়িত্বপূৰ্ণ সমস্যাহে সমাধা কৰিব খুজিছে। কোনোৱে কিতাপ পঢ়িছে, কোনোৱে এৰোপ্লেন, মটৰগাড়ী আদিৰ মদেল আদি লৈ এবাৰ ভাঙিছে, এবাৰ আকৌ গঢ়িছে। কোনোৱে গ্লোব, মেপ আদি চাই দিক আৰু ভূগোলৰ অধ্যয়ন কৰিছে। ছুজনমানে কিবা এটা লৈ ধীৰে ধীৰে আলোচনা কৰিছে। কিছুমানৰ আগত কিছুমান বিভিন্ন দেশৰ ঘৰৰ বহুত মদেল, কোনটো কেনে তাকে আলোচনা কৰিছে। হঠাৎ ডাঙৰ ওৱাল ক্লকটোৰ টং টং কৈ ৯ টাৰ কোব পৰাত সকলো নিস্তব্ধ হল। সক ছোৱালী এজনী ওখ বেদিত উঠি সুললিত কণ্ঠে কলে।

"সবাতোকৈ মোৰ দেশ ডাঙৰ"

সকলোৱে থিয় হৈ কলে, "সবাতোকৈ মোৰ দেশ ডাঙৰ"। ছোৱালীজনীয়ে সঙ্গীত আৰম্ভ কৰিলে।

"কাৰেং গঢ়িম, ভাঙিম, আকৌ সাজিম
সাত জেউতিৰ নতুন কাৰেং গঢ়িম'

সকলোৱে আকৌ সমস্বৰে গালে—

বীণাই অসমীয়া লৰা-ছোৱালী ইমান নিয়মানুবৰ্ত্তি, স্বাস্থ্যবান, গুনীয়া যে হব, তাক ভাবিবই পৰা নাছিল। সিহঁতৰ পবিত্ৰ মুখবিলাকত ভবিষ্যৎ অসমৰ এখন উজ্বল চিত্ৰ জল-জল পট-পট কৈ দেখিবলৈ পালে। সিহঁতক চাই চাই তেওঁ বিভোৰ হল। নিৰ্ম্মল সুধাৰি আনন্দৰ চকুপানী ওলাই আহিল। ৰবীনৰ প্ৰতি কৃতজ্ঞতাৰে অন্তৰ উপচি পৰিল। ৰবীনে মাত দিয়াতহে কব পাৰিলে—"আহা।" ৰবীন বীণা দুয়ো সিহঁতৰ কাষ পালেগৈ। সকলোৱে বীণা ৰবীনক দেখি 'জয়হিন্দ' বুলি অভ্যৰ্থনা কৰিলে। বীণাইও প্ৰত্যুত্তৰ দিলে।

ৰবীনে কলে, "অসমৰ তথা ভাৰতৰ ভবিষ্যৎ নেতা-নেত্ৰী ইহঁতেই।"